প্ৰকাশক ঃ
শ্ৰীশিৱপ্ৰসাদ কটকী
হিলছাইড্ চেনীকুঠী,
গুৱাহাটী

প্ৰচ্ছদপট ঃ
শ্ৰীঅচিন্ত্য শৰ্মা

প্ৰথম প্ৰকাশ ঃ
১৯৭৩ চন

বেচ ঃ পাঁচ টকা



ছপা ঃ পূৰ্বোদয় প্ৰেছ
১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৬

## উৎসৰ্গা

মোৰ চিৰ আৰাধ্য পিতৃদেৱ
স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মাৰ
পবিত্ৰ স্মৃতিত

# চিনাকি

ভ্ৰমণ-কাহিনীও সাহিত্যৰ এক বিশেষ অংশ। ইংৰাজী বঙালী আদি সাহিত্যত এনে ভ্ৰমণ-কাহিনী অলেখ পোৱা যায়। সেইবিলাক যেনেদৰে সুখপাঠ্য সেইদৰে সাহিত্য ৰসেৰেও পৰিপুষ্ট। বঙালী সাহিত্যিক শ্ৰীবুদ্ধদেৱ বসুৰ জাপান ভ্ৰমণ সম্পৰ্কে লিখা পুথি এখন সাহিত্য একাডেমীয়ে পুৰস্কৃত কৰিছিল।

দুখৰ বিষয়ে যে আমাৰ অসমীয়া সাহিত্যত উল্লেখযোগ্য ভ্ৰমণ-কাহিনী নাই বুলিলেই হয়। ভ্ৰমণ কাহিনী লিখাটোও বৰ সহজ নহয়। কিয়নো তাৰ কাৰণে যি পৰ্য্যবেক্ষণ আৰু সংবেদনশীলতাৰ আৱশ্যক হয় সকলোৰে সেই শক্তি নাই। ভ্ৰমণৰ উকা বৰ্ণনাত সাহিত্যিক ৰসৰ অভাৱ ঘটে। ফলত ভ্ৰমণ-কাহিনী নিৰস আৰু অপাঠ্য হৈ পৰে। সাহিত্যিক প্ৰতিভা, পৰিবেশৰ বৌদ্ধিক জ্ঞান, মানৱ চৰিত্ৰ অধ্যয়নৰ ক্ষমতাদিয়ে ভ্ৰমণ কাহিনীক উচ্চ পৰ্য্যায়ৰ সাহিত্যলৈ উন্নয়ন কৰিব পাৰি।

শ্ৰীমতী নিৰুপমা কটকীৰ ( পুতুলী ) "দেৱভূমি বদ্ৰীনাথৰ পৰা কণ্যাকুমাৰী" প্ৰথম লিখা হলেও প্ৰথম লিখা যেন নেলাগে। ভ্ৰমণত লাভ কৰা সৰু সুৰা ঘটনা বা কথাবোৰো তেওঁৰ পৰ্য্যবেক্ষণৰ পৰা সাৰি যোৱা নাই। সেইবোৰ তেওঁ মানবীয় দৃষ্টিভঙ্গীৰে সুপাঠ্য কৰি দাঙি ধৰিবলৈ সক্ষম হৈছে। ফলত এই ভ্ৰমণ কাহিনী খনি সুখ-পাঠ্য হৈ উঠিছে বুলি আমি একেষাৰে কব পৰা হৈছো। তেওঁৰ লিখাৰ মাজত আধ্যাত্মিক অনুপ্ৰেৰণা মন কৰিব লগীয়া। সেইবুলি বাস্তৱ জীৱনৰ ফালটোও তেওঁ উপেক্ষা কৰা নাই।

শ্ৰীমতী কটকীয়ে যদি উপন্যাস বা গল্প লিখিবলৈ লয় আমাৰ

বিশ্বাস তেওঁ কৃতকাৰ্য্য হোৱাত টান নহব। পূৰ্বঠ অভিজ্ঞতা থকা বুদ্ধিমতী কটকীৰ পৰা অসমীয়া সাহিত্যই অৱিহনা পাবলৈ আশা কৰাটো একো আচৰিত কথা নহয়।

এইখিনিতে আমি শ্ৰীমতী কটকীৰ পৰিচয় এটা দি থব খোজো। তেওঁ তেজপুৰৰ শিক্ষাবিদ, পণ্ডিত আৰু সৰবৰহী পুৰুষ ৺চন্দ্ৰনাথ শৰ্ম্মাৰ জীয়ৰী আৰু শিৱসাগৰৰ শ্ৰীশিৱপ্ৰসাদ কটকীৰ গৃহিনী। পিতৃৰ পৰা উত্তৰাধিকাৰী সূত্ৰে পোৱা তেওঁৰ আধ্যাত্মিক জ্ঞান এই ভ্ৰমণ কাহিনী পঢ়িলেই বুজা যাব। স্বামীৰ পৰা তেওঁ লাভ কৰিছে বাস্তৱ জীৱনৰ জীৱন দৰ্শন। এই দুটাৰ সংমিশ্ৰণৰ ফলত শ্ৰীমতী কটকীৰ এক সুন্দৰ জীৱনাদৰ্শ গঢ়ি উঠিছে। সেয়েহে আমি তেওঁক লিখাৰ পৰা হাত এৰা নিদিবলৈ অনুৰোধ কৰিছোঁ।

আমাৰ বিশ্বাস শ্ৰীমতী কটকীৰ এই ভ্ৰমণ কাহিনীয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিব পাৰিব।

গুৱাহাটী<br>৫।৬।৭১

শ্ৰীদীননাথ শৰ্ম্মা



## আগকথা

কিতাপৰ আকাৰত লিখিবলৈ লোৱা এয়ে মোৰ প্ৰথম চেষ্টা। স্কুলৰ পঞ্চমমান শ্ৰেণীত থাকোতে আমাৰ স্কুলীয়া আলোচনী খনত শ্ৰদ্ধেয়া শিক্ষয়িত্ৰী শ্ৰীযুতা চন্দ্ৰবালা পটঙ্গীয়া ( বৰুৱা ) বাইদেউৰ উৎসাহত দুই এটা তেনেই সাধাৰণ প্ৰৱন্ধ আৰু কবিতা লিখিছিলো। এয়া বহু বছৰৰ আগৰ কথা। সৰুতেই সংসাৰ জীৱনত প্ৰৱেশ কৰাত সাহিত্যত ৰাপ আছিল যদিও মৰহী গল।

অনভিজ্ঞ লিখিকাৰ যি দোষ ক্ৰটি হব, সেই সকলোখিনি কিতাপ খনত থকাতো স্বাভাৱিক। সহৃদয় পঢ়ুৱৈ সমাজে প্ৰথম প্ৰয়াস বুলি দোষ ক্ৰটিলৈ বিশেষ চকু নিদিবৰ কাৰণে আন্তৰিক অনুৰোধ।

ইংৰাজী ১৯৬৯ চনৰ আগষ্ট মাহৰ শেষৰ ফালে মই ও মোৰ স্বামী শ্ৰীযুত শিৱ প্ৰসাদ কটকী পৰ্য্যটনত ওলালো। যাবৰ সময়ত শ্ৰদ্ধেয়া শ্ৰীযুতা বিৰজা বালা দেবী বৰঠাকুৰণী বাইদেৱে আশীৰ্ব্বাদ ও যাত্ৰাৰ শুভকামনা জনোৱাৰ লগতে কলে, "এইবাৰ কিন্তু ভ্ৰমণৰ বিষয়ে লিখিবাহি"।

যোৱাৰ কেইদিনমান আগতে দীনদাদাক ( সু-সাহিত্যিক শ্ৰীদীননাথ শৰ্ম্মা ) মাত লগাবলৈ যাওঁতে কলে "ফুৰিবলৈ ওলাইছা ভাল কথা, অভিজ্ঞতা সমূহ কিন্তু লিপিবদ্ধ কৰিব লাগিব"। মই কলো, "মোৰটো বিদ্যা জানাই, পাৰিম জানো লিখিব ?" তেওঁ জোৰ দি কলে "পাৰিবা, পাৰিবা।"

ভ্ৰমণ সম্বন্ধে লিখিবলৈ গৈ প্ৰথমেই মনত পৰে আমাৰ পৰমাৰাধ্য স্বৰ্গগত পিতৃদেবতা আৰু অতি স্নেহ পৰায়ণ চিৰদুঃখিনী সৰ্ব্বত্যাগিণী আৰু পৰোপকাৰী স্বৰ্গগতা জেঠাইলৈ। সৰুৰে পৰা দেউতা আৰু

জেঠাইৰ মুখত শুনা "পুৰীত সাগৰ-স্নান কৰোঁতে নাৰিকলটো সাগৰত পেলাই দিলে সাগৰে আকৌ দি থৈ যায়।" সাগৰ নেদেখা তেতিয়াৰ শিশু অন্তৰত সাগৰৰ কল্পনা আছিল বিস্ময়কৰ। তেতিয়াৰ পৰাই সাগৰ চোৱাৰ আকাঙ্খ্যাই মনত গভীৰ ৰেখাপাত কৰিছিল।

জেঠাই হঁত যাওঁতে হেনো পুৰীত এটা অসমীয়া পৰিয়াল লগ লাগিল। মাক পুতেক আৰু জীয়েক। শ্ৰীশ্ৰীজগন্নাথ মহাপ্ৰভুৰ প্ৰসাদ খাবলৈ সকলোবিলাক বহিছে, সেই তিৰোতা মানুহ গৰাকী জেঠাইৰ ওচৰতে বহিছিল। প্ৰসাদ খাওঁতে তেওঁ মুখখন ঘুৰাই কিবা এবিধ ভজাৰ কথা কলে। "এইখন ভজা, মাছ ভজাৰ নিচিনা হৈছে, মই নেখাওঁ।" কোৱাৰ লগে লগেই তেওঁৰ ঘূৰুৱা মুখ পোনাব নোৱাৰা হল। তেতিয়া হুলস্থুল লাগিল। জেঠাই মানুহ গৰাকীৰ ওচৰতে বহিছিল, ভয়ত জেঠাই অস্থিৰ। কি হব এতিয়া। প্ৰধান পাণ্ডাক গৈ পুতেকে মাতি আনিলেগৈ। তেওঁ আহি সুধিলেহি, "মহাপ্ৰসাদৰ বিষয়ে কোনোবাই বেয়া কথা কৈছিলনেকি ?" মানুহ গৰাকী নিমাত হল। তেওঁ মহাপ্ৰসাদৰ বিষয়ে যি কৈছিল, জেঠায়ে সকলো ক'লে, তেতিয়া বোলে পাণ্ডা ঠাকুৰে তেওঁৰ পাদস্পৰ্শ দি ভাল কৰি দিলে। এই বিলাক কথা পৰম বিশ্বাস আৰু বিস্ময়েৰে শুনিছিলো। মহাপুৰুষে কৈছে, "বিশ্বাসে মিলয়ে হৰি তৰ্কে বহুদূৰ"।

৺দেউতাৰ মুখত শুনা ভেট্-দ্বাৰকালৈ যাওঁতে যাত্ৰী লৈ যোৱা নাও সাগৰৰ ধুমুহাই কেনেকৈ বিপৰ্য্যস্ত কৰিছিল আৰু সকলোৱে ভয়ত অত্ৰাহিতহৈ শ্ৰীশ্ৰীদ্বাৰকাধীশক প্ৰাৰ্থনা, আৰু সেই প্ৰাৰ্থনাৰ ফলত কেনেকৈ নাও আহি সাগৰৰ পাৰ পালেহি, ইত্যাদি বহু ভক্তিমূলক কথাই মোৰ অন্তৰ স্পৰ্শ কৰিছিল আৰু তাৰেই ফল তীৰ্থ পৰ্য্যটন।

১৯৬২ চনত প্ৰথম ওলাইছিলো ভ্ৰমণত। মই, মোৰ স্বামী আৰু আমাৰ লগত কাশীলৈ গৈছিল আমাৰ শ্ৰদ্ধেয়া জেঠাই। বুদ্ধগয়া



ভ্ৰমণত বুদ্ধদেৱৰ মন্দিৰ সমূহ দৰ্শনত অভূতপূৰ্ব অনুভূতি লভিছিলো বিশেষকৈ মহাবোধি মন্দিৰৰ বুদ্ধদেৱৰ প্ৰস্তৰ নিৰ্মিত শান্ত, সৌম্য ধ্যান গম্ভীৰ পদ্মাসীন চক্ষু নিৰ্মিলীত বিৰাট মূৰ্ত্তি দৰ্শনত। য'ত বোলে তেওঁ বৌদ্ধসত্ত্ব লাভ কৰিছিল। মন্দিৰৰ ওচৰতে আছে বোধিবৃক্ষ। মন্দিৰৰ আয়তনও বিৰাট।

কাশীৰ পৰা ৪০ মাইল দূৰৰ মিৰ্জাপুৰলৈ গৈছিলা, যত কাৰ্পেট তৈয়াৰ হয়। তাতেই আছে দেবী বিন্ধ্যাবাসিনীৰ মন্দিৰ। তাৰ পিচত সাত মাইল দূৰত থকা বিন্ধ্যাচললৈ গলো, মহিষাসুৰ মৰ্দ্দিনী দৰ্শন কৰিবলৈ, বিন্ধ্যাপৰ্বতৰ পাদদেশত অৱস্থিত মহিষাসুৰ মৰ্দ্দিনীৰ মন্দিৰ। তাতেই দেৱীয়ে মহিষাসুৰক বধ কৰিছিল বুলি কয়। বিন্ধ্যাবাসিনী দৰ্শন কৰিবলৈ যাওঁতে যাত্ৰীৰ ওপৰত পাণ্ডাই কৰা অত্যাচাৰ দেখি চম্বল ভেলিৰ ডকাইতৰ কথা মনত পৰিছিল। পাণ্ডা বিলাকৰ হাতত একোদাল লাঠি, কি পালোৱানি চেহেৰা ! আমাৰ লগত আমাৰ বন্ধুবৰ শ্ৰীসূৰ্য্যকান্ত ভট্টাচাৰ্য্য থকাত বিশেষ অসুবিধাৰ সন্মুখীন হব লগা নহল।

সৌখিন চহৰ লক্ষ্ণৌ, বাট-পথে ক'লা বোৰখা পৰিহিতা মুছলমান ৰমণী সকলক দেখা পোৱা যায়। অসমীয়া মানুহৰ চকুত ই এটা অনভ্যস্ত পোচাক।

বাদচাহী যুগৰ ইমাৰত 'ভূলভূলাইয়া' য'ত বেগমৰ লগত বাদচাহে লুকা-ভাকু খেলিছিল। লুকা-ভাকু খেলিবৰ কাৰণে নিৰ্ম্মাণ কৰা এই ইমাৰটোৰ কৌশল চাই কৌতুহল হয় ও ভয়ও লাগে। গাইডে যদি চিনাই নিদিয়ে ঠিক ঠাইত ওলোৱা টানেই। শুনিলো, বাদচাহৰ লগত লুকা-ভাকু খেলোতে কোনোবা বেগমে বোলে চিৰদিনলৈ পথ হেৰুৱাই তাতেই শেষ হয়। চহৰত প্ৰচুৰ ফল-মূল আৰু আকৰ্ষণীয় কৰি সজাই ৰখা খোৱা বস্তুৰ দোকানবোৰ দেখি বৰ ভাল লাগিল। লক্ষ্ণৌৰ জনসাধাৰণ বেচ সৌখিনতা প্ৰিয়, আহাৰ-বিহাৰ, বসন-ভূষণ, কথা-বতৰা সকলোতে বেচ এটা আভিজাত্য আছে।

উৰিষ্যাৰ ভুবনেশ্বৰ লিঙ্গৰাজ মন্দিৰ দৰ্শন কৰিছিলো। মন্দিৰৰ গাত খোদাই কৰা মহাভাৰত ৰামায়ণৰ কাহিনী অৱলম্বন কৰি কৰা মূৰ্ত্তি সমূহ কি পৰিস্ফুত! জৈনভিক্ষু সকলৰ শৈল গুহা, প্ৰায় ২০০০ বছৰৰ আগৰ উদয়গিৰি আৰু খণ্ডগিৰিৰ ভিক্ষু সকলৰ থকা মেলাৰ ব্যৱস্থা দেখিলে তেতিয়াৰ সভ্যতাৰ নিদৰ্শন ভালকৈ উপলব্ধি কৰিব পাৰি। ভুবনেশ্বৰৰ পৰা পাঁচ মাইলমান নিলগত এই মনোৰম ঠাইখন দৰ্শন কৰি বৰ ভাল লাগিছিল।

জয়পুৰ ভ্ৰমণত ৰজা মানসিংহৰ 'অম্বৰ-পেলেচ' চাই ৰাজস্থানী শিল্পৰ সৌন্দৰ্য্য দেখি বিমুগ্ধ হৈছিলো।

চিতোৰ গড় দৰ্শনত ধাত্ৰী-পান্নামহল, পদ্মিনীমহল, জহৰ ব্ৰতৰ স্থান সমূহে মন লৈ গৈছিল ঐতিহাসিক যুগলৈ। বুৰঞ্জীত পঢ়া কথাবোৰ বাস্তৱত উপলব্ধি কৰিছিলোঁ। মহীয়সী নাৰীৰ স্মৃতিপূৰ্ণ স্থান দৰ্শনে তেওঁলোকৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ-খাই পৰিছিল আৰু মনলৈ আনিছিল পবিত্ৰতা।

অনৰ্গল ভাবে কৈ গৈছিল দেহাতী ৰমণী গাইডে কাহিনীবিলাক। চন আদি নিৰ্ভুলভাবে কৈ গৈছিল, কোনো বুৰঞ্জী বিশাৰদ নহয়। মই প্ৰশ্ন কৰিছিলো, "কেনেকৈ আপুনি জানিলে ইমান বিলাক কথা।" "ভ্ৰমণকাৰীক কওঁতে কওঁতে মুখস্থ হৈ গৈছে আৰু মই মোৰ দেউতা ককাদেউতাৰ পৰা মুখে মুখে শুনি আহিছো।"

উদয়পুৰৰ 'লেক পেলেচ' বা জল-মহল দৰ্শনত সৌখিন ৰজা মহাৰজা সকলৰ সৌখিনতাৰ নিদৰ্শন দেখি মোহিত হৈছিলো আৰু লগে লগে নিপুণ শিল্পীৰ শিল্প প্ৰতিভাৰ পৰিচয়ত আনন্দ লভিছিলো।

চন্দ্ৰাৱলী ৰাতি আগ্ৰাত সাহজাহানৰ অমৰ প্ৰেমৰ সাক্ষী শুভ্ৰ মৰ্মৰ খচিত তাজমহলৰ তলৰ মহলাত প্ৰৱেশ কৰি এক বুজাব নোৱাৰা গভীৰতা আৰু সপোনানুভূতিত অভিভূত হৈ চকুখাই উঠিছিলো। সেই অনুভূতি আজিও মনত আছে। শুভ্ৰ জ্যোৎস্না



প্লাবিত ধবল বৰণৰ মৰ্মৰময় তাজৰ স্নিগ্ধ নিসৰ্গ শোভাই মন লৈ যায় কৰবালৈ।

আজমীৰৰ জৈন মন্দিৰ আৰু খাজাচাহবৰ মস্‌জিদ চাই ভাল লাগিছিল। মস্‌জিদত অৰ্পণ কৰা ৰঙা গোলাপ আৰু সুগন্ধিয়ে আনে মনলৈ পৱিত্ৰতা। আজমীৰৰ পৰা পুস্কৰলৈ যোৱা সুন্দৰ মসৃণ বাটচোৱাৰ দৃশ্যাৱলী বৰ মনোমোহা। পুস্কৰ তীৰ্থত স্নান আৰু পিতৃপুৰুষ সকলক পিণ্ড দান কৰি বৰ ভাল লাগিছিল। তাত আছে সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ মন্দিৰ।

ৰাজস্থান পৰ্য্যটনত দেখা শুকান গৈৰীক বৰ্ণৰ পাহাৰী পথ দেখি মনলৈ আহিছিল ৰাজপুত বীৰ যোদ্ধাৰ বীৰত্বৰ কাহিনী। চকুৰ আগত ভাঁহি উঠিছিল, কৰবাত সেনাপতি বা কোনোবা যৌবনোদীপ্ত ৰাজপুত বীৰ গৈছে প্ৰণয়িনীৰ সাক্ষাতত, তীব্ৰ গতিত অশ্ব চালনা কৰি। আৰু সেই তীব্ৰগতিৰ অশ্বৰ খুৰাৰ ধূলি উৰি উৰি পথ কৰিছে ধূলি ধূসৰিত। ৰাজস্থানৰ প্ৰতি ইঞ্চি মাটিত আছে ইতিহাস গঁথা।

ৰাজস্থানৰ পাহাৰী সুঠাম, সুন্দৰ দেহশ্ৰী আৰু দীৰ্ঘায়িত নয়নৰ সুন্দৰ গঢ়ৰ জাঠ ডেকাসকলক লগ পাইছিলো ৰেল গাড়ীত ভ্ৰমণ কৰোতে। ভাল লাগিছিল দেখি। বাচত গৈ থাকোতে দেখা কোনোবা পাহাৰৰ পৰা দেৱ মন্দিৰ দৰ্শন কৰি নামি অহা ৰঙা, নীলা, বেঙুনীয়া, হালধীয়া, গোলাপী ৰঙৰ বিশেষ ধৰণে পৰিচ্ছদ পিন্ধা ৰাজস্থানী ৰমণীসকলৰ দেহ সুষমা আৰু বস্ত্ৰৰ ৰঙৰ সমাৰোহে চকুত দিছিল তৃপ্তি। টাঙ্গাত ফুৰোতে পাগুৰী পৰিহিত ৰাজস্থানী টাঙ্গাৱালাই কৈছিল ৰাজস্থানৰ গৌৰৱময় ইতিহাসৰ কাহিনী। চহৰৰ প্ৰত্যেক ঠাইৰ লগত পৰিচয় কৰাই দিছিল, পৌৰাণিক ঐতিহ্যপূৰ্ণ কাহিনীৰে।

বৃন্দাৱনৰ মধুবন—জোপোহা জোপোহা থোপা থোপে লগা মুকুতা সদৃশ পুষ্প বৃক্ষই, নাম যাৰ "মুক্তালতা" মনলৈ আনিছিল

কৃষ্ণ প্ৰেম-কথা। জোপোহাৰ আৰে আৰে গোপীনাথে গোপীৰ লগত যেন খেলিছে লুকা-ভাকু।

কৃষ্ণলীলাৰ স্মৃতিজৰিত যমুনাৰ পানীয়ে মনত জগাই তোলে ৰাধাকৃষ্ণৰ কাহিনী। যমুনাৰ পাৰত থকা কদম্বজোপা পাণ্ডাই দেখুৱাই দিয়াৰ লগে লগে কদম্বৰ তলত ৰাধা-কৃষ্ণৰ নৃত্য, কদম্বৰ পৰা কালীয়দমনৰ উদ্দেশ্যে যমুনাত জাপদি সহস্ৰ ফণাযুক্ত কালীনাগৰ ওপৰত উঠি কৰা নৃত্য, সৰ্পপত্নীৰ শ্ৰীকৃষ্ণৰ ওচৰত স্বামীৰ প্ৰাণভিক্ষা কৰাৰ আকুলিত প্ৰাৰ্থনা, এইবিলাকৰ ছবিসমূহ অন্তৰত ভাহি উঠিছিল। ৰাধা-কৃষ্ণ মন্দিৰেৰে পৰিপূৰ্ণ বৃন্দাবন, ৰাধা প্ৰধান বৃন্দাবন। 'জয় ৰাধাৰাণী'।

দিল্লীৰ পৰা কিছুদূৰত ফতেপুৰচিক্ৰি, আকবৰৰ এৰি অহা ৰাজধানীখনৰ সৌন্দৰ্য্য বৰ ভাল লাগিছিল। অলপ ওখ পাহাৰী ঠাইখনৰ সমতল ভূমিত নিৰ্মাণ কৰা ৰাজধানীখন বোলে পানীৰ অভাৱৰ কাৰণে এৰি আহিব লগা হ'ল। ত্ৰিশ ফুট ওখ "বুন্দেল দৰৱাজা" ই আকবৰৰ বুন্দেলখণ্ড জয়ৰ প্ৰতীকৰূপে বিৰাজমান। তেওঁৰ গুৰু সেলিমৰ সমাধিটো সঁচাকৈয়ে বৰ জাকজমকীয়া মনোমোহা কৰি সজাইছিল। বিশেষ কৰি মোক মুগ্ধ কৰিছিল সঙ্গীতৰ আসৰ বহুৱাবলৈ কৰা ঠাইখিনিয়ে। এই সুন্দৰ পৰিকল্পনাটো হ'ল — কেউপিনে ইমাৰত ; মাজৰ শিলৰ প্ৰাঙ্গণত এটা চাৰি কোণীয়া পুখুৰী, এই পুখুৰীৰ মধ্যভাগত এখন প্ৰস্তৰ নিৰ্মিত বেদী, বেদীলৈ যাবলৈ চাৰিওফালৰপৰা চাৰিটা প্ৰস্তৰ নিৰ্মিত পথ। ইমাৰতৰ বাৰাণ্ডাত বহিব শ্ৰোতাদৰ্শকসকল, বেগমসকল বহিব 'চিকৰ' ভিতৰত। ৰূপোৱালী বাতি সঙ্গীতজ্ঞসকলে যন্ত্ৰপাতি লৈ বহিব। গায়কে তুলিব সুৰৰ মূৰ্চনা আৰু সেই সুৰে মানৱক লৈ যাব কোনোবা কল্প-লোকলৈ।

দিল্লী দুৰ্গৰ ভিতৰৰ বেগম মহলৰ স্নানাগাৰ কেইটাৰ কৌশল আৰু কাৰুকাৰ্য্য বৰ চিত্তাকৰ্ষক। সোণালী ৰূপালী তাৰৰ মাজেৰে



চিত্ৰিত মাৰ্বলৰ নলাই দি পানী বাগৰি আহে, বিশাল জাকজমকতা পূৰ্ণ মাৰ্বলত কটা চিত্ৰ-বিচিত্ৰ স্নানগাৰলৈ। মাজত অপূৰ্ব মৰ্মৰৰ পদ্মকটা বেদীত বহি স্নান কৰিব ৰাজমহিষীসকলে। গৰম পানী ঠাণ্ডা পানীত মিলোৱা থাকিব সুগন্ধি। গোলাপ, হাস্নাহানা, চামেলী, জুই নানা পুষ্পৰ সুগন্ধি।

স্নান শেষত আহিব ওচৰৰ প্ৰসাধন কক্ষলৈ, তাত মৰ্মৰৰ পদ্ম বেদীত বহি এটা এটাকৈ বুটাম টিপিলেই ওলাই আহিব নানা তৰহৰ মনমতলীয়া কৰা সুগন্ধৰে পৰিপূৰ্ণ প্ৰসাধান সামগ্ৰী। ৰূপ সজ্জাৰ কাৰণে বিশেষ অৱলম্বন কৰি সজা এই ব্যৱস্থা চাই বৰ ভাল লাগিছিল।

অন্ধ্ৰ প্ৰদেশৰ হায়দৰাবাদৰ চালাৰ জং মিউজিয়মৰ পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা সংগ্ৰহ কৰা সামগ্ৰীসমূহ দেখি আচৰিত হব লাগে। তিনি পুৰুষৰ সংগ্ৰহ। চীন, জাপানৰ সূচী শিল্পসমূহৰ নিখুঁত চানেকীয়ে শিল্পীৰ পাৰদৰ্শিতাৰ পৰিচয় দিয়ে। কি পৰিস্ফুট চিত্ৰসমূহ।

উৰিষ্যাৰ 'কোনাৰকৰ' সূৰ্য্য মন্দিৰৰ প্ৰস্তৰ খোদিত মূৰ্তি সমূহৰ ভাব অঙ্গি ভঙ্গিৰ প্ৰকাশ যি কোনো দৰ্শকক বিস্ময়াভিভূত কৰে। সূৰ্য্যদেৱতাৰ ৰথৰ চকা কেইটাৰ নক্সা ; ইমান নিখুঁতভাৱে ঘোঁৰা কেইটাৰ ৰথ টনাৰ প্ৰকাশভঙ্গি আৰু চকাৰ গতি। প্ৰতিভাবান শিল্পীয়ে কেনেকৈ ফুটাই তুলিছে ভাবিলে আচৰিত হব লাগে। বিভিন্ন শৃঙ্গাৰ ৰসৰ প্ৰকট কৰা নিখুঁত সুক্ষ ভাবব্যঞ্জনাৰ শৈল খোদিত মূৰ্তিৰ বহু নিদৰ্শন দেখিলো। 'কোনাৰকৰ' এই সূৰ্য্য মন্দিৰৰ ভাস্কৰ্য্য, শিল্পীৰ এটা মহান পাৰদৰ্শিতাৰ পৰিচয়।

ৰাজস্থানৰ বিখ্যাত 'নাথদ্বাৰা' শ্ৰীনাথজীৰ মন্দিৰ দৰ্শন কৰিলো। এই শ্ৰীনাথজী বিগ্ৰহ বৃন্দাবনৰপৰা মুছলমানৰ আক্ৰমণৰ সময়ত অনা। পাণ্ডাৰ মুখে শুনিলো এই বিগ্ৰহ শ্ৰীশ্ৰীচৈতন্যদেৱৰ পূজীত। মন্দিৰ এলেকা অলপ ওখ ঠাইত। বিৰাট মন্দিৰৰ চৌহদ। মন্দিৰ

তেনেই সাধাৰণ, ওপৰ খন খাপৰিৰ। মন্দিৰৰ ধনসম্পত্তি মণি, মুক্তা অগাধ। আমি পাণ্ডাক সুধিলো মন্দিৰ কিয় ইমান সাধাৰণভাৱে ৰাখিছে। তেওঁ কলে, যে ভগৱানৰ ইচ্ছা নহয় বিশাল কাৰুকাৰ্য্যময় মন্দিৰ স্থাপন কৰাত।

শ্ৰীনাথজী বিগ্ৰহক যেতিয়া বৃন্দাবনৰপৰা ভক্তসকলে লৈ আহে তেতিয়া, বৰ্তমান যি ঠাইত মন্দিৰ আছে সেই ঠাইত গাড়ীৰ চকা বহি গ'ল। ৰাতি সপোন দেখুৱালে, "যে মই ইয়াতে থাকিম"। মুছলমানে পাচে পাচে খেদি আহি সেইখিনি পায়হি। বিগ্ৰহ থকা ঠাইলৈ যাব ধৰোতে ৰজাৰ চকু অন্ধ হৈ গল। তেতিয়া আক্ৰমণৰ পৰা ক্ষান্ত হ'ল আৰু ৰাজ মাতাই ভগৱানক প্ৰাৰ্থনা কৰি কলে "মোৰ ল'ৰাৰ চক্ষু দান দিয়া মই শ্ৰেষ্ঠ হীৰা তোমাক অৰ্পণ কৰিম। মাকৰ একান্ত প্ৰাৰ্থনাত ৰজাৰ অন্ধত্ব মোচন হ'ল। আজিও সেই হীৰা বিগ্ৰহৰ থুতৰিত শোভা বৰ্ধন কৰি আছে।

এইয়া হল, আমাৰ ১৯৬২ চনৰ ভ্ৰমণৰ চমু আভাষ। আগৰ বাৰৰ নেদেখা ঠাইবিলাক চাবৰ কাৰণে মনতে এটা আশা পোষণ কৰি ৰাখিছিলো, সেয়ে ১৯৬৯ চনত আকৌ ওলালো।

আমাৰ এইবাৰ পৰ্য্যটনত কিছু ঠাই বেছি ফুৰা হ'ল, আমাৰ ল'ৰা শ্ৰীমান জ্যোতি আৰু জয়ন্তৰ উৎসাহত। সিহঁতে চিঠি লিখে, "অমূক ঠাইখনলৈ যাব, সেই ঠাইখনৰ ওচৰলৈকে আপোনালোক গৈছে, গতিকে নোচোৱাকৈ নাহিব।" আমিও তেতিয়া যাবলৈ উৎসাহ পাওঁ।

কিতাপখন চাই দিছে সু-সাহিত্যিক শ্ৰীযুক্ত দীননাথ শৰ্মাই। তেখেতৰ উৎসাহ আৰু চাই দিয়াৰ বাবে মোৰ তেখেতলৈ আন্তৰিক কৃতজ্ঞতা থাকিল।

কিতাপৰ প্ৰচ্ছদপট আঁকি দিছে মোৰ ভনীৰ ল'ৰা ৯ম মান শ্ৰেণীৰ ছাত্ৰ শ্ৰীমান অচিন্তই। তাক মোৰ আন্তৰিক শলাগ জনালো।



কিতাপখনৰ ছপাকামত সহায় কৰাত আৰু প্ৰুফ চাই দিয়াৰ কাৰণে মোৰ ভনীৰ ল'ৰা শ্ৰীমান দেৱব্ৰত আৰু ভনীৰ ছোৱালী শ্ৰীমতী ইভাক মোৰ ধন্যবাদ জনালো।

শেষত মোৰ স্বামী শ্ৰীযুত শিৱপ্ৰসাদ কটকীয়ে ভ্ৰমণত সহায় কৰাত আৰু হাতে লিখা কপিটো পঢ়িবৰ উপযোগী কৰি লিখি দিয়াত (মোৰ হাতৰ আখৰ 'তথৈবচ') তেখেতক কৃতজ্ঞতা জনালো।

গুৱাহাটী
জানুৱাৰী, ১৯৭১

শ্ৰীনিৰুপমা কটকী

হাওবা জংচন। কৰ্মব্যস্ত মহা-নগৰীৰ কৰ্মব্যস্ত জংচন হাওৰা। ৰাতি ন'বজাৰ 'তুন এক্সপ্ৰেছ' ধৰিবৰ কাৰণে মোৰ ভাগিন শ্ৰীমান দেবব্ৰত, ইভা, পলা, অচিন্ত্য আৰু ভনী বীণাৰ সৈতে মই আৰু মোৰ স্বামী হাওৰা পালোঁহি। সিহঁতে আমাক থবলৈ আহিছে। কৰ্ম, কোলাহল। নানাদেশৰ মানুহৰ সংমিশ্ৰন। লাইনত গাড়ী ৰৈ আছে, মজদূৰটোৰ মূৰত বাকচ, বিচনা দি, সকলোবোৰে হাতে হাতে সৰু-সুৰা বস্তু লৈ আমাৰ কম্পাৰ্টমেণ্ট চাই উঠিলো, হৰিদ্বাৰলৈ বুলি। সেইদিনা আছিল ১৯৬৯ চনৰ ৩১ আগষ্ট। ট্ৰেইন এৰিবলৈ আধা ঘণ্টামান দেৰী আছে। ট্ৰেইনখনত সেইদিনা যাত্ৰী কম আছিল, গতিকে সুবিধা অনুযায়ীয়েই নিজৰ ঠাই বাছি ললো। বস্তু-বাহানি থানথিত লগোৱাৰ পিছত অলপ সময় বীণাহঁতৰ লগত কথা বতৰা পাতি ষ্টেচনতে ঘূৰা মেলা কৰি থাকোতে দেবব্ৰতে মাত দিলে "জেঠাইতি আহক, সময় হৈছে"। সিহঁতৰপৰা বিদায় লৈ গাড়ীত উঠি পৰিলো আৰু গাড়ী এৰি দিলে। বিছনাপত্ৰ পাৰি ললো। মন আনন্দিত, ফুৰাৰ আনন্দ। ভ্ৰমণ মোৰ প্ৰিয়, ভ্ৰমণ কাহিনী পঢ়ি বৰ ভাল পাও আৰু মনে মনে ভাবো, মোৰ বাৰু ফুৰিবলৈ কেতিয়াবা ভাগ্য হবনে? ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাও, তোমাৰ মহিমা-পূৰ্ণ স্থান দৰ্শন কৰিবলৈ যেন মোৰ ভাগ্য আৰু শক্তি হয়।

বহুদিনৰেপৰা বদ্রীনাথ ধাম দর্শন কৰিবলৈ বাসনা আছিল, সেয়ে আমি দুয়ো ২৯ আগষ্টৰ দিনা গুৱাহাটীৰপৰা কলিকতা পাওহি। কলিকতাত দুদিন থাকি ৩১ তাৰিখে হৰিদ্বাৰলৈ বুলি ট্রেইনত উঠিলো। ঘৰত ভাত-পানী খাই আহিছিলো গতিকে সেই ৰাতিৰ নিমিত্তে খোৱাৰ কাৰবাৰ নাই। ৰেলত দুই এজনৰ লগত্ চিনা পৰিচয় হৈ এখেতে কথা বতৰা পতাত লাগি গল। ময়ো দুগৰাকী বঙালী ভদ্র-মহিলাৰ লগত চিনা পৰিচয় হলো। তেওঁলোক হৰিদ্বাৰলৈ যাব। এগৰাকীৰ পুতেকে তাত কাম কৰে। দুই গৰাকী বায়েক ভনীয়েক। ভনীয়েক গৰাকী কেদাৰ, বদৰি, যমুনেত্রী, গঙ্গোত্রী, আৰু দক্ষিণ ভাৰতৰ সকলো তীর্থস্থান দর্শন কৰিছে। বছৰত এবাৰকৈ স্বামী-স্ত্রী ফুৰে। ল'ৰা-ছোৱালী নাই। এইবাৰ বায়েকৰ লগত অকলে আহিছে কেইদিনমান হৰিদ্বাৰত কটাই যাবলৈ।

আমি ৩১ আগষ্টত ৰেলত উঠি দুই চেপ্তেম্বৰৰ দিনা পুৱা হৰিদ্বাৰ পালোহি। তাত ৰিক্সৱালাই নিজেই বৰ আগ্রহেৰে আনি গঙ্গাৰ পাৰৰ 'আনন্দ নিবাস' বোলা হোটেল এখনত উঠালেগৈ। ৰিক্সাৱালাই ভাড়া ললে দু'টকা, প্রকৃততে ভাড়া হল এ'টকা। তেতিয়াহে বুজিলো ব্যৱহাৰত কাৰবাৰী বুদ্ধি। প্রায় ৰিক্সাৱালাৰ হোটেলৰ লগত সংযোগ থাকে, সেইমতে সিহঁতে কমিছন পায়। বাৰু যাহওক, গঙ্গাৰ পিনে তিনি তলাত এটা কোঠা পালো, দিনে আঠ টকা ভাৰাত। কোঠাটো বেয়া নহয়। লগতে পা-ধোৱা কোঠা, পানী, চেনিটেৰী পাইখানা, বিছনা, চকী, মেজ আৰু আইনা থকা। গতিকে হৰিদ্বাৰত থকা কেইদিন ইয়াতেই কটোৱাটো থিক কৰিলো। ৰন্ধা-বঢ়া নিজেই কৰি খাইছিলো। বাচন-বর্তন য়াবতীয় অলপ বস্তু ঘৰৰ পৰাই সুবিধা কৰি এটা বেতৰ বাকচত লৈ গৈছিলো।

হৰিদ্বাৰৰ প্রাচীন নাম মায়াবতী। প্রাচীন মায়াদেৱীৰ মন্দিৰ



এতিয়াও বিদ্যমান। শ্যামল শিবালিক পর্বতমালাৰে পৰিবেষ্টিত। খৰস্রোতা কলুষ নাশিনী কলতান-মুখৰতা গঙ্গাৰ দক্ষিণ পাৰত অৱস্থিত হৰিদ্বাৰ বা হৰদ্বাৰ। বৈষ্ণৱ ভক্তই কয় হৰিদ্বাৰ আৰু শৈৱ ভক্তই কয় হৰদ্বাৰ। ব্রহ্মকুণ্ড বা হৰ-কী-পৌৰীলৈ অহাৰ বাটচোৱাৰ দুইপিনে গ্রাহকৰ কাৰণে লোভনীয় কৰি সজাই খোৱা দোকান-পাট, হৰেক ৰকমৰ মনোহাৰী বস্তু, খোৱা বস্তু, সকলো প্রকাৰৰ প্রয়োজনীয় অপ্রয়োজনীয় বস্তুৰ সম্ভাৰ। গাখীৰৰ, বেচমৰ, আটাৰ নানাবিধ মুখ-ৰোচক বস্তু. আৰু আছে এপোল, আঙুৰ, কল, প্লাম, নাচপতি আৰু বিভিন্ন ৰকমৰ শাক, তৰকাৰীৰ দোকান। পথচাৰীয়ে দুইপিনে দৃষ্টিপাত নকৰাকৈ যাব নোৱাৰে আৰু হৰিদ্বাৰৰ স্মৃতি চিহ্ন সংগ্রহ কৰে।

হৰ-কী-পৌৰী—দুইপিনে বন্ধোৱা গঙ্গাৰ পাৰ, মাজত বন্ধোৱা দ্বীপ সদৃশ চোতাল। এই দ্বীপৰ দুইপিনে গঙ্গা দু-ধাৰা হৈ বৈ গৈছে। সেই চোতালত স্তম্ভৰ ওপৰত বিৰলাৰ ঘড়ী-ঘৰ। দক্ষিণ পাৰত গঙ্গাদেৱী, ৰাম-সীতা, ৰাধা বিনোদৰ মন্দিৰ। মন্দিৰৰ সমুখতে সেয়া ব্রহ্মকুণ্ড। ব্রহ্মাৰ তপস্যাৰ স্থল। ব্রহ্মকুণ্ডত স্নান কৰিবলৈ কিমান যে মানুহ ভাৰতৰ বিভিন্ন প্রান্তৰপৰা আহিছে! সদায় যেন মানুহৰ মেলা। পুণ্যসলিলা গঙ্গাত অৱগাহণ কৰি দেহমন জুৰাইছে। গঙ্গা দেৱীৰ মন্দিৰ, ৰজা মানসিংহৰ গঙ্গাৰ মাজত থকা সীতাৰামৰ মন্দিৰ, ৰাধা-বিনোদৰ মন্দিৰ আদি দর্শন, স্নান, পূজা, কিমান যে মানুহে অহৰহ কৰিব লাগিছে তাৰ সীমা সংখ্যা নাই। —সন্ধ্যাপৰত গঙ্গা আৰতি। হৰ-কী-পৌৰীলৈ আকৌ অসংখ্য মানুহৰ সমাগম। গঙ্গাৰতী দর্শনৰ লগতে সান্ধ্য-ভ্রমণ। ফুল বিক্রেতাই ডাঙৰ পাচিত নানাধৰণৰ ফুলেৰে ওপচাই বহি আছে। আৰতিত গঙ্গাত উটুৱাই দিবৰ নিমিত্তে সৰু সৰু আকাৰে সি পাতৰ দোনা সাজিছে। সৰু, বৰ, মজলীয়া দোনা, তাতে ফুল আৰু অকণমান একোটা চাকি দি থৈছে। নিজ অভিৰুচিমতে ক্রেতাই কিনি লৈছে, পাঁচ পয়চা,

দহ পয়চা, পোন্ধৰ পয়চা দি। চাকিটো জ্বলাই গঙ্গাৰতিৰ সময়ত প্ৰিয়জনৰ উদ্দেশ্যে মঙ্গল কামনা কৰি গঙ্গাৰ বুকুত উটুৱাই দি গঙ্গাক প্ৰণাম কৰিছে। ইফালে পূজাৰীয়ে গঙ্গাদেৱীৰ মন্দিৰৰ সমুখফালে শঙ্খ, ঘণ্টা, ধূপ-ধূনা, প্ৰদীপ লৈ, প্ৰথামতে গঙ্গাক আৰতি কৰিছে। গোটেই গঙ্গাৰ তটভূমি মুখৰিত হৈ পৰি জনসাধাৰণৰ মনত ভক্তি ভাবৰ উদ্ৰেক কৰিছে। ভক্তি প্ৰণোদিত হৈ সকলোৰে মুখত ভগবানৰ, গঙ্গাদেৱীৰ নাম। ভজন, স্তোত্ৰ উচ্চাৰিত হৈ আধ্যাত্মিকতাৰ পৰিৱেশ সৃষ্টি কৰিছে। অলপ সময়ৰ কাৰণে হলেও মানুহে নিজক পাহৰি গৈছে। ইফালে পতিত পাৱনী তৰঙ্গিনী জাহ্নৱীৰ কুলুকুলু সুমধুৰ ধ্বনিয়ে মানুহৰ মনত এক অপূৰ্ব সুন্দৰ ভাব জগাই তোলে। মানুহক মুগ্ধ কৰি ৰাখে। মানুহে খন্তেকৰ কাৰণে হলেও গঙ্গাৰ পাৰত বহি পৰে। গঙ্গা বন্দনা আৰু সন্ধ্যা আৰতিৰ পিচত মানুহে আকৌ বাস্তৱলৈ ঘূৰি আহে। কোনোবাই আসন কৰি মৌন হৈ মন্ত্ৰ-মুগ্ধৰ নিচিনাকৈ বহি আছে। কেনোবাই ল'ৰা-ছোৱালী লৈ চাহ-জলপান খাই আনন্দ উপভোগ কৰিছে। কৰবাত বা কীৰ্তন হৈছে, কৰবাত আকৌ গান-বাজনাৰে বিজ্ঞাপনৰ আয়োজন। এঠাইত আকৌ ধৰ্মালোচনাৰ সভা বহিছে। এফালে দেখিলো দম্পতি যুগলে এটা নিৰ্জন পাৰ বাছি লৈ প্ৰেম গুঞ্জনৰত। কৰবাত আকৌ ল'ৰা-ছোৱালীয়ে আটাৰ গুলি কিনি মাছক খুৱাইছে। মাছে মুখ উলিয়াই আটাৰ গুলি খোৱাৰ দৃশ্যৰ আনন্দ উপভোগ কৰিছে, লগতে বয়সষ্ঠ জনেও। বিভিন্ন মানুহৰ বিভিন্ন মনৰ ৰুচি। "প্ৰণমো মাতা সুৰেশ্বৰী গঙ্গে, ত্ৰিভুবন তাৰিণী তৰল তৰঙ্গে"। পিচদিনা আমি পুৱাতে গঙ্গা ঘাটলৈ গৈ মোৰ পৰমাৰাধ্য পিতৃদেৱতা স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মাদেৱৰ অস্থি ব্ৰহ্মকুণ্ডত যথাৰীতি বিসৰ্জন দিলো।

হৃষীকেশ—ইয়াত সদাশিৱ চিৰ বিৰাজমান। ঋষি-মুনি সকলৰ তপস্যা ভূমি। দুইকাশে বৃক্ষলতা পৰিপূৰ্ণ শৈল শ্ৰেণীৰ মাজেৰে খৰস্ৰোতা পতিত পাৱনী জাহ্নৱী। হৰিদ্বাৰতকৈ হৃষীকেশৰ গঙ্গাৰ



ৰূপ বেলেগ। এয়া যেন প্ৰকৃতিৰ উন্মাদিনী, শিলে শিলে নাচি-বাগি ফুৰা জীয়াৰী গঙ্গা, কি মনোমুগ্ধকৰ ৰূপ! হৰিদ্বাৰৰপৰা হৃষীকেশলৈ চৈধ্য মাইল। বাচ যোগে আহিলো। ইয়াত আহি Divine life Society ৰ শিৱানন্দ আশ্ৰমত উঠিলো। আগতে আশ্ৰমলৈ লিখি ঠাই থিক কৰা আছিল। শিৱানন্দ আশ্ৰম হৃষীকেশ চহৰৰপৰা দেড় মাইল, লক্ষণঝুলালৈ যোৱাৰ বাটত পৰে। আমি সাৰে 'ন' মান বজাত আশ্ৰমৰ সমুখত বাচৰপৰা নামিলো। মালপত্ৰ নমাই এখেতে স্বামীজীক দেখা কৰিবলৈ গল। Guest-in-charge অৰ্থাৎ সোধ-পোচ কৰা অফিচাৰ জন আহি আমাক তলা-চাবি সহ এটা কোঠা দিলে। কোঠাটো ভালেই, সকলো সুবিধা আছে। আশ্ৰমৰে কামকৰা সৰু লৰা এটাৰ সহায়ত কোঠাটোত মালপত্ৰ সহ উঠিলোগৈ। এনেতে স্বামীজী জনে আমাক কলেহি "এতিয়াতো ৰান্ধি বাঢ়ি খাবৰ আপোনালোকৰ অসুবিধা হব, আমাৰ আশ্ৰমতে খাবনেকি?" আমিও মনতে বৰ ভাল পালো; কাৰণ সকলো ঠিক-ঠাক কৰি ৰান্ধি-বাঢ়ি খাবলৈ দেৰী হব, গতিকে তেওঁক আমি আশ্ৰমতে খাম বুলি কলো। দিনৰ আহাৰৰ সময় সাৰে এঘাৰ বজাত বুলি স্বামীজীয়ে কৈ গল। আমি বস্তু-বাহানি ঠিক কৰি হাত-মুখ ধুই সময় হোৱাত ভোজনালয় লৈ গলো। প্ৰায় এশ-জন মান একেলগে বহি খাব পৰা এটা ডাঙৰ আহল বহল পৰিস্কাৰ পৰিচ্ছন্ন কোথা। পিৰা, কলাপাত পাৰি থৈছে। লগতে বাতি আৰু এটা গিলাচ। এফালে পুৰুষ আৰু এফালে মহিলা বহাৰ ব্যৱস্থা। সকলোৱে জোতা বাহিৰত থৈ বহিছেগৈ। আমিও সেই ব্যৱস্থা অনুযায়ী বহিলোগৈ। আমাৰ লগত বহা পুৰুষ, মহিলা মিলি প্ৰায় পঞ্চাশ যাত্ৰি জনমান হব। পাতত প্ৰথমে ভাত, সম্বৰ, তৰকাৰী আৰু বাতিত দুগ্ধ দি থৈ গল। তাৰপিচত আহিল ৰুটি। খোৱাৰ আগতে প্ৰাৰ্থনা সঙ্গীত আৰম্ভ হল। আশ্ৰমৰ স্বামীজী এজনে লগাই দিয়ে, লগে লগে সকলোৱে গায়। প্ৰায় পাঁচ মিনিট মান প্ৰাৰ্থনাৰ পিচতে

আহাৰ খোৱা আৰম্ভ হল, কাৰো মুখত কোনো শব্দ নাই। পৰিবেষণ কাৰীয়ে আকৌ এবাৰ সকলো বস্তুকে দিবৰ কাৰণে প্ৰতি শাৰীতে ঘুৰি যায়। যাৰ দৰকাৰ হয় লয়। আহাৰ শেষ হোৱাৰ অলপ আগতে বাতিত বা গিলাচত ঘোল দিলেহি। সকলোৰে খোৱা সমাপ্ত হোৱাত আকৌ এবাৰ পৰম পিতাৰ উদ্দেশ্যে মন্ত্ৰ পাঠেৰে আহাৰৰ সামৰণি কৰা হল। মোৰ আশ্ৰমৰ খোৱাৰ এয়া প্ৰথম পৰিচয়, পৰিবেশ বৰ ভাল লাগিল। দক্ষিণ ভাৰতৰ খোৱা, যেনিবা জ্বলা কম।

বিশ্ৰামৰ উদ্দেশ্যে কোঠাত সোমাই বিছনাত বাগৰ দিছিলো মাত্ৰ, এনেতে আমাৰ ওচৰৰ বাওঁ-ফালৰ কোঠাটোৰপৰা বাজনাৰে সৈতে কীৰ্তনৰ ধ্বনি শুনিবলৈ পালো। সেইদিনা আছিল জন্মাষ্টমীৰ পিচদিনা। কৌতূহলৰ বশবৰ্তী হৈ উঠি গৈ মই কোঠাটোৰ দুৱাৰ মুখ পালোগৈ। সেইটো আশ্ৰমৰ মাতাজী এগৰাকীৰ। সোমাই দেখিলো সাত, আঠ গৰাকীমান গাভৰু ছোৱালী আৰু দহ-বাৰ বছৰীয়ামান এজনী সৰু ছোৱালী, এজন বাদ্যবাদক আৰু দুগৰাকী আশ্ৰমৰ মাতাজী। এটা কোনত সৰু দোলনা এখনত গোপাল-কৃষ্ণৰ মূৰ্তি আৰু আগত থাল এখনত কেইটামান সন্দেশ আৰু বাতি এটাত মাখন আৰু মিছিৰি। এই পৰিবেশত সকলোৱে কীৰ্তন গাইছে। মোক দুৱাৰ মুখত দেখি মাতাজীয়ে ইঙ্গিতেৰে বহিবলৈ কলে। মযো কোঠাত সোমাই বহি পৰিলো। পাঞ্জাবী, মাদ্ৰাজী, সিন্ধী, হিন্দুস্থানীৰ লগতে মই অসমীয়া মিলি কীৰ্ত্তনত যোগ দিলো। তেওঁলোকে হাত চাপৰি, খুটীতাল, তবলা আৰু হাতত এহাত মান দীঘল দুদাল কাঠৰ মাৰি বজাই, কৃষ্ণৰ গুণবৰ্ণনা, ঘটনাৱলীৰ পদ গাই নাচিছে, গাইছে। মাজে মাজে মোকো টানি নি নাচত যোগ দিয়াই আৰু আনন্দিত সাৰটি ধৰে। এখন যেন ভগবৎ আনন্দৰ মেলাহে। এনেকুৱা আনন্দ উপলব্ধি কৰিবলৈ পাই নিজকে মই ধন্য মানিলো। মাতাজী দুগৰাকীয়েও



(বয়স ৫০।৫৫ মান হব) মাজে মাজে ভগবানৰ উদ্দেশ্যে আৰোপিত নৃত্যত যোগ দিছে। সকলোবিলাকে সুন্দৰ ইংৰাজিতে আৰু হিন্দীত কথা পাতিছে। দেখিলে কিন্তু ধৰিব নোৱাৰি কিমানদূৰ শিক্ষা লাভ কৰিছে। ব্যৱহাৰ পাতিত ধৰিব পাৰিছো কিছু শিক্ষা থাকিব লাগিব। সাধাৰণ পোছাক আৰু সহজ সৰল ব্যৱহাৰ। সেই কীৰ্তনত তেওঁলোকে ভাৰৰীয়া হৈও অংশ গ্ৰহণ কৰিছে। কোনোবা গৰাকী কৃষ্ণ হৈছে, এগৰাকী যশোদা, কোনোবা জনী ৰাধিকা। সৰু ছোৱালী জনী ননী চোৰা কৃষ্ণ হৈ ননী চুৰ কৰাৰ অভিনয় কৰিছে; আৰু বাকীবোৰে পদ ধৰি কৃষ্ণৰ ননী চুৰ কৰাৰ কীৰ্তন গাইছে আৰু মাজে মাজে মতলীয়া হৈ বাগৰি পৰিছে। সকলোবিলাক যেন কৃষ্ণ প্ৰেমত মতলীয়া। খুব যে উচ্চাঙ্গ সঙ্গীত সেইটো নহয়। সাধাৰণ কীৰ্ত্তন, কিন্তু আন্তৰিকতা পূৰ্ণ হোৱাই এটা মধুৰ পৰিবেশৰ সৃষ্টি কৰিছিল। কিমান সময় যে অতিবাহিত হল কোনেও কবই নোৱাৰে। কীৰ্ত্তন শেষ কৰিলে এটা স্তুতিৰে। মাতাজীয়ে প্ৰসাদ বিতৰণ কৰিলে। প্ৰসাদ খোৱাৰ পিছতেই চাহ আহিল। চাহ কাপ সময়োপযোগী হোৱাত বৰ ভাল লাগিছিল। তাৰ পিচত সকলোৱে, সকলোৰে পৰা বিদায় লৈ মাতাজীক সেৱা জনাই নিজৰ নিজৰ বাসস্থানলৈ গল। ধন্য মাতাজীৰ কৃষ্ণ প্ৰেম। মোৰ কিন্তু জানিবলৈ ইচ্ছা থাকি গল, তেওঁলোক নো কোন, কৰপৰা আহিছিল?

শিৱানন্দ আশ্ৰমৰ পৰিসৰ বেচ ডাঙৰ, ৰাস্তাৰ বাওঁফালে পাহাৰৰ ওপৰত তেওঁলোকৰ বিশ্বনাথ মন্দিৰ, বক্তৃতা মঞ্চ, সমাধি মন্দিৰ, লাইব্ৰেৰী, আশ্ৰমৰ কৰ্মচাৰী আৰু অধ্যক্ষৰ বাসস্থান আৰু কেইটামান যাত্ৰী থকা ঘৰ। ৰাস্তাৰ সোঁ-হাতে নামনিত গঙ্গাৰ পাৰত আশ্ৰমৰ অফিচ, ভোজনালয়, হস্পিটেল, আয়ুৰ্বেদিক ঔষধালয়, ডাকঘৰ আৰু যাত্ৰী থকা ঘৰ। এই গোটেইখিনি ঠাইৰ নাম হল শিৱানন্দ নগৰ। বিশ্বনাথ মন্দিৰৰ বিগ্ৰহ মুৰুলীধাৰী কৃষ্ণ ভগবান ও শিৱলিঙ্গ, পাৰ্বতী-মাতা আৰু গণেশৰ আছে।

বক্তৃতা মঞ্চত সদায় দুবাৰ বক্তৃতা হয়, এবাৰ আবেলি সাৰে চাৰি বজাত আৰু এবাৰ ৰাতি আঠ বজাৰ পৰা সাৰে 'ন' বজালৈ। এই বক্তৃতাত গীতা, ভাগৱত, উপনিষদ, বেদান্ত, পুৰাণ আৰু নানান ধৰ্মগ্ৰন্থৰ পৰা ব্যাখ্যা কৰা হয়। বক্তৃতা ইংৰাজী আৰু হিন্দীত হয়। আমি যাওঁতে আশ্ৰমৰ অধ্যক্ষ আছিল স্বামী কৃষ্ণানন্দজী। স্থায়ী অধ্যক্ষ, স্বামী সচ্চিদানন্দজী সেই সময়ত আশ্ৰমৰ কামত আফ্ৰিকা আৰু আমেৰিকালৈ গৈছিল। স্বামী কৃষ্ণানন্দজী ত্ৰিপোল এম, এ আৰু বৰ ডাঙৰ শাস্ত্ৰজ্ঞ পণ্ডিত। আশ্ৰমৰ কেইবাজনো স্বামীজী এম, এ। স্বামীজী প্ৰায় আটাই কেইজনেই শিক্ষিত। সঙ্গীতৰ স্বামীজীও আছে, তাৰে এজন বিশেষ সঙ্গীতজ্ঞ স্বামাজী হল, শ্ৰীনাদ ব্ৰহ্মচাৰী। স্বামীজী সকলে আশ্ৰমত থকা লোকসকলক আশ্ৰমৰ বক্তৃতা শুনিবলৈ আমন্ত্ৰন কৰে আৰু যোগ দিলে ভাল পায়।

এই আশ্ৰমৰ প্ৰতিষ্ঠা কৰে শ্ৰীস্বামী শিৱানন্দ সৰস্বতীয়ে। তেওঁ ইং ১৮৮৭ চনত দক্ষিণাত্যৰ বিখ্যাত আপেয়া দিক্ষিত বংশত জন্ম গ্ৰহণ কৰিছিল। সেই বংশত আৰু কেইবাজনো মহাপুৰুষে আগতে জন্ম লৈছিল। শ্ৰীশিৱানন্দ আজীৱন ভগবান ভক্ত আছিল আৰু বেদান্তৰ আদৰ্শময় জীৱন যাপন কৰিছিল। তেওঁ চিকিৎসক আছিল আৰু চিকিৎসক হৈ মালয়ত জনসাধাৰণৰ কামত আত্ম নিয়োগ কৰিছিল। তাতেই তেওঁৰ কৰ্মময় জীৱনত প্ৰকৃত পথৰ সন্ধান পাইছিল। ১৯২৪ চনত তেওঁ হৃষীকেশলৈ আহে আৰু সেই ঠাইতেই তেওঁ যোগী-বৈৰাগী আৰু জীৱমুক্ত হিচাবে প্ৰতিষ্ঠা লাভ কৰিলে। তাৰেই ফলত ১৯৩২ চনত প্ৰতিষ্ঠিত, শিৱানন্দ আশ্ৰম। ১৯৩৬ চনত Divine life society ৰ জন্ম হয় আৰু ১৯৪৮ চনত যোগ, বেদান্ত, ফৰেষ্ট একাডেমীৰ শাখা খোলা হয়। এই সকলো-বিলাক ভক্তসকলৰ দানৰপৰাই হৈছে। ১৯৫০ চনত তেওঁ ভাৰত ভ্ৰমন কৰিছিল আৰু ১৯৫৩ চনত বিশ্বধৰ্মৰ সভাৰ আয়োজন কৰিছিল। তেওঁ তিনিশখন কিতাপ লিখিছে আৰু পৃথিৱীৰ বহুমানুহে জাতি



ধৰ্ম নিৰ্বিশেষে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছে। আশ্ৰমৰ কেইটামান জনহিতকৰ বিভাগ আছে, যেনে দাতব্য চিকিৎসালয়, গাখীৰ যোগান, অন্নশালা, প্ৰেছ, আলোচনী বিভাগ ইত্যাদি। আশ্ৰমৰ বিনামূল্য আহাৰ আৰু চিকিৎসা বহু দুখীয়া মানুহে পায়। প্ৰণমো হে মহান আত্মা, জয়যুক্ত হওক তোমাৰ প্ৰতিষ্ঠান।

আবেলি বক্তৃতা শুনিবলৈ আমি গলো। সেইদিনাৰ প্ৰসঙ্গ আছিল ধ্যান উপনিষদৰ সমন্ধে। স্বামীজীয়ে কৈছিল, ধ্যান কৰিবলৈ মন উপযুক্ত কৰি লব লাগিব। মনৰপৰা খঙ আৰু হিংসা ভাব একেবাৰে দূৰ কৰি তাৰ ঠাইত প্ৰেম ভাব জগাই তুলিব লাগিব। প্ৰেমেই ধৰ্ম। শিৱ জ্ঞান হলেহে ধ্যানত প্ৰকৃত আনন্দ লাভ হয় আৰু ইয়েই নিত্য। এই সংসাৰত জড় বস্তুত যি আনন্দ বিচাৰি আমি সময় নষ্ট কৰো সেই আনন্দ একেবাৰেই খন্তেকীয়া। নিত্য আনন্দ পাব পাৰি ধ্যানৰ যোগেৰে পৰম আত্মাৰ বৃহৎ আনন্দৰ লগত আত্মাৰ ক্ষুদ্ৰ আনন্দ সংযোগত.........................।

বক্তৃতা মঞ্চত মাতাজীৰ কোঠাত কীৰ্তনৰ সময়ত লগা পোৱা মাতাজী দুগৰাকীকো দেখিলো, তাৰে এগৰাকীক ওচৰতে পাই বাকী কেইজনী গাভৰু ছোৱালীৰ খা-খবৰ কৰিলো। তেওঁ কলে সকলো দিহাদিহি গল। বক্তৃতা হৈ থকাত বেচি কথা সুধিবলৈ সুবিধা নেপালো, মোৰো তেওঁলোকৰ বিষয়ে জনা নহল, মনৰ খুতুৱনি থাকি গল। মাত্ৰ মাতাজী দুগৰাকীৰ কথা অলপ তেওঁৰপৰা জানিলো। এগৰাকী চকুৰ ডাক্তৰ, আশ্ৰমতে থাকে। তেওঁ দক্ষিণৰ মানুহ, ল'ৰা দুটা, ছোৱালী এজনী। স্বামী আছে। ল'ৰা-ছোৱালী উপযুক্ত কৰি সংসাৰ ত্যাগ কৰি দীক্ষিতহৈ বৰ্তমান আশ্ৰমৰ কামত জীৱন উৎসৰ্গ কৰিছে। তেওঁ কৃষ্ণভক্ত, সেইদিনা তেওঁৰ কোঠাতে কীৰ্তন হৈছিল। তেওঁৰ কোঠাটোৰ এফালে অকণমান ঠাইত বেদীৰ ওপৰত বগা মাৰ্বলৰ অপূৰ্ব মাধুৰ্য্যসনা বংশী গোপাল আৰু বাল গোপালৰ মূৰ্ত্তি স্থাপন কৰা আছে। মাতাজীয়ে চকুৰ বাহিৰেও

অন্যান্য বেমাৰবো চিকিৎসা কৰে। ধন্য মাতাজী, তোমাৰ জীৱনাদৰ্শ। আন গৰাকী মাতাজী দেখিবলৈ ধুনীয়া, তেজগোবা ৰঙৰ, সিন্ধী মহিলা। তেৱো আশ্ৰমৰ কামতেই জীৱন উৎসৰ্গা কৰিছে।

শিৱানন্দ আশ্ৰমৰ পৰিবেশ বৰ ভাল লাগিছিল কিন্তু মনত অহৰহ গন্তব্য স্থানৰ কথালৈ চিন্তা হৈ আছিল। ভাবি আছো, প্ৰভুৱে আমাক কেনেকৈ শ্ৰীশ্ৰীবদ্ৰীনাথ ধাম দৰ্শন কৰায়। বৰষুণৰ বতৰ। মাজে মাজে শুনো ৰাস্তা বেয়া। একোবাৰ মনটো কোঁচ খায়। তাৰ উপৰি ঘৰত সকলোৱে কৈছিল, ৰাস্তা বৰ বেয়া। এইবাৰলৈ যাব নেলাগে। সাতে পাঁচে মোৰ বৰ চিন্তা হৈ আছে। একোবাৰ মনলৈ আহে ভগবানে যেনেকৈ দেখুৱাই দেখুৱাব, নেদেখুৱালেও দুখ নকৰো। তেওঁৰেই ইচ্ছা নাই বুলি ভাবিম। ইত্যাদি নানাৰকমৰ চিন্তা লৈ ভগবানক স্মৰণ কৰি ৰাতিটোৰ নিমিত্তে বিশ্ৰাম ললো।

আশ্ৰমত দ্বিতীয় দিনটো আছিল চেপ্তেম্বৰৰ পাঁচ তাৰিখ। আবেলি আকৌ বক্তৃতা মঞ্চলৈ গলো। সেইদিনা বক্তৃতাত মৃত্যুত আত্মাৰ অৱস্থান সম্পৰ্কে কৈছিল। মৰিবৰ সময়ত সজ্ঞান ধাৰণা (conscious thinking) নোহোৱা হয়।' জীয়াই থাকোতে মনত যি গভীৰ ভাব, জাগ্ৰত বা সুপ্ত অৱস্থাত ঠাই পাইছিল, সেই ভাবহে মনলৈ আহিব। মৰিবৰ সময়ত ৰাম নাম লম বুলি কল্পনা কৰিলেই তেনে ভাব মৰণৰ সময়ত মনলৈ নাহে। ইয়াৰ কাৰণেই লাগে ভগবৎচৰ্চা, সাধুসঙ্গ, ভগবানৰ প্ৰতি অটল ভক্তি। মৰিবৰ সময়ত যিভাব লৈ শৰীৰ বিনাশ হয় সেই ভাব আত্মাই বাহক হিচাবে কঢ়িয়াই লৈ যায় আৰু তেনে পাত্ৰ বা যোণিত জন্ম লয়। জন্মিলে মৰিবই লাগিব, মৰিলে পুণৰ জন্মিব লাগিব। জীৱৰ যি আকাঙ্খালৈ মৃত্যু হয় সেই ভাব পৰিপূৰণ কৰিবৰ নিমিত্তে পুনৰ জন্ম হয়। জন্ম যেই সেই যোণিতে হব পাৰে। ই পূৰ্ব জন্মৰ কৰ্মৰ ওপৰত নিৰ্ভৰ কৰে। আত্মাৰ ভেদাভেদ নাই। ইতৰ প্ৰাণীৰ যি আত্মা, মানুহৰো সেই একেই আত্মা। সেই বাবে সকলো জীৱকেই শিৱ জ্ঞান কৰিব



লাগে। আত্মা আৰু মন দুয়োটা বেলেগ বস্তু। ইয়াত প্ৰশ্ন কৰিব পাৰি যে যদি আত্মা সকলোৰে একেই, তেনেহলে তাৰে কিছু জ্ঞানী, কিছু মূৰ্খ, কিছু সৌভাগ্যশালী, কিছু দুৰ্ভগীয়া, ধনী, বা দুখীয়া হয় কিয়? ই হৈছে পূৰ্বজন্মৰ কৰ্মফল। আত্মাক একোৱে স্পৰ্শ কৰিব নোৱাৰে। ই সকলো প্ৰাণীৰ ভিতৰত একেই। আধাৰ ভেদে মাত্ৰ বেলেগ দেখা যায়। আত্মাৰ ৰূপ জুই আৰু পানীৰ লগত তুলনা কৰিব পাৰি। পানী যি পাত্ৰত ৰখা যায় সেই ৰূপ লয়। আত্মাৰো তেনে।........

বক্তৃতা শেষ হলত প্ৰসাদ খাই সকলো বাহিৰলৈ আহিলো। এনেতে দেখিলো এখেতে মাদ্ৰাজী ভদ্ৰলোক কেইজন মানৰ লগত কথা-পাতিছে। তেওঁলোক পাঁচ জন ভ্ৰমনৰ উদ্দেশ্যে বাহিৰ হৈছে। আটাই কেউজনেই পিছদিনা পুৱা শ্ৰীশ্ৰীবদ্ৰীনাথ ধামৰ উদ্দেশ্যে ৰাওনা হব। তেওঁলোক আটাই কেউজন আহি আশ্ৰমত আছেহি আৰু তেওঁলোকৰ লগ হিচাবে আশ্ৰমৰ তিনিজন স্বামীকো লগত লৈছে। এই গোটেই বোৰেই দক্ষিণৰ মানুহ। তেওঁবিলাক সকলোৰে টিকট হৈ গল। এখন Luxurious Mini Bus (আৰাম দায়ক সৰু বাচ) বন্দবস্ত কৰিছে। সেই বাচ খনৰ টিকট প্ৰায় হৈ গৈছে বুলি কলে। বাচখনত তেৰ জন যাত্ৰী ধৰে। তাবে এজন স্বামীজীয়ে কলে, "দুটা চিট বাকী আছিল আপোনালোকে লৰালৰিকৈ খবৰ কৰিলে পাবও পাৰে। হৃষীকেশ টাউনৰ মাদ্ৰাজী হোটেলৰ মালিক জনৰ ওচৰত খবৰ কৰিলেই সঠিক খবৰ পাব আৰু তেওঁৱেই টিকট যোগাৰ কৰি দিব। টিকটৰ অহা যোৱা ভাৰা জনে প্ৰতি যাঠি টকা"। মাদ্ৰাজী ভদ্ৰলোক কেইজনক লগ পোৱাত বৰ ভাল হল, কাৰণ তেওঁবিলাকৰ পৰা বদ্ৰীনাথ ধামলৈ যোৱা কিছু খবৰ সংগ্ৰহ কৰা গল।

তেতিয়া প্ৰায় সন্ধ্যা লাগিছে। আমি লৰালৰিকৈ আশ্ৰমৰ পৰা হৃষীকেশলৈ যোৱা বাচত উঠি টাউন পালোগৈ। মাদ্ৰাজী হোটেল

খন বিচাৰোতে অলপ সময় লাগিল। কাৰণ, হোটেলখন নিচেই সৰু। হোটেলৰ মালিকক সোধাত মিনি বাচৰ দুটা চিট আছে বুলি কলে। বাচখন ৰাজস্থানী মানুহ এজনৰ। মাদ্ৰাজী হোটেলৰ মালিক জনৰ সহায়ত আমি বাচৰ মালিকৰ ওচৰলৈ আহিলো আৰু যোৱাৰ নিমিত্তে দুটা টিকট তেতিয়াই সংগ্ৰহ কৰিলো। আকৌ লেঠা লাগিল, আমি কলেৰা ইনজেকসন লোৱা নাই। বাটত ধৰিব। মাদ্ৰাজী ভদ্ৰলোক জনেই যেনিবা দুখন চাৰ্টিফিকেট যোগাৰ কৰি দিলে। তেওঁ আমাক এইখিনি কৃৰি দিয়াত আমাৰ সহজতে কামখিনি হল। তাৰ পিচত তেওঁক ধন্যবাদ জনাই আমি পিচদিনা নিবৰ কাৰণে কিছু খোৱা বস্তু আৰু অন্যান্য প্ৰয়োজনীয় বস্তু অলপ কিনি টাঙ্গা এখনত উঠি ৰাতি আঠ মান বজাত আশ্ৰম পালোহি। আহি পাই ৰান্ধি বাঢ়ি খাই ৰাতিপুৱা যাবৰ কাৰণে কিছু যোগাৰ পাতি কৰি শুই থাকিলো। পিছদিনা পুৱা চাৰি বজাতে এখেতে জগাই দিলে। লৰালৰিকৈ গা-পা ধুই চাহ জলপান খাই বিছনাপত্ৰ বান্ধি যাবৰ কাৰণে সাজু হলো। আগদিনাই বেগ এটাত কাপোৰ কানি আৰু যাবতীয় বস্তু ভৰাই থোৱাই আছিল। বাচৰ মালিকে আমাক আগতেই কৈছিল পাঁচ বজাত ৰাস্তাত ওলাই থাকিবলৈ। সেইমতেই আমি সকলো আশ্ৰমৰ যাত্ৰীয়ে মালপত্ৰ লৈ ৰাস্তাত ওলাই আছো। চাৰে পাঁচ বাজিল, ছয় বাজিল, গাড়ীৰ দেখোন দেখা সাক্ষাতেই নাই। চিন্তা হল, নাহে নেকি ? পাব্‌লিক্ বাচ, প্ৰাইভেট টেক্সী, ট্ৰাক সকলো বিলাকেই আমাৰ আগেদিয়েই এখন এখনকৈ পাৰহৈ গল। ইফালে গেট ধৰিব লাগিব, এনেবোৰ চিন্তা ভাবনা কৰি থাকোতেই ছয় বাজি পোন্ধৰমিনিটত বাচে আহি দেখা দিলে। সকলোবিলাকে লৰালৰিকৈ মাল পত্ৰ তুলি দি উঠি পৰিলো আৰু "জয় বদ্ৰীবিশালৰ জয়" ধ্বনিৰে আমাৰ বদ্ৰীনাথ যাত্ৰা আৰম্ভ হল। বাচ খনত যাত্ৰী আমি তেৰ জন। মোৰে সৈতে তিনি গৰাকী মহিলা, বাকী দহজন পুৰুষ। ড্ৰাইভাৰ, হেণ্ডিমেনৰ বাহিৰে



গোটেইখিনি দক্ষিণ ভাৰতৰ মানুহৰ লগত আমি দুয়ো অসমীয়া। ড্ৰাইভাৰ আৰু হেণ্ডিমেন গাড়োৱালী।

আৰম্ভণিৰে পৰা অকোৱা পকোৱা পাহাৰী ৰাস্তা, লগে লগে বহু তলেৰে জাহ্নবী বৈ গৈছে। ৰাস্তা হৃষীকেশৰ পৰা কিছু দূৰলৈকে দুৰ্গম নহয়। চাৰে আঠমান বজাত প্ৰথম গেট পালোহি। এইখিনিৰ পৰাই গাড়োৱাল আৰম্ভ হল। গেটৰ পৰা গোটেই ৰাস্তা বদ্ৰীনাথ ধামলৈকে মিলিটেৰীৰ অধিনত। আমাৰ গাড়ীখন গেট পাওতে অলপ দেৰীয়েই হৈছিল। পাচত যেনিবা যাবলৈ অনুমতি দিলে। ৰাস্তাৰ এফালে সুউচ্চ পাহাৰ, আনফালে গঙ্গা। প্ৰকৃতিৰ সৌন্দৰ্য্য ৰাশিৰ মাজেৰে আমাৰ গাড়ী আগুৱাই গৈ আছে। এটা দৃশ্য পট এৰি অন্য এটা দৃশ্য পটলৈ, বৰ ভাল লাগিছে। এনেকৈ কিছুদূৰ যোৱাৰ পিচত দক্ষিণী মহিলা এগৰাকীৰ বমি আৰম্ভ হল। স্বামীজী সকলে ঔষধ পাতি লৈ আহিছে, তেখেত সকলৰ সকলো অভিজ্ঞতা আছে। মোনাৰ পৰা ঔষধৰ বটল এটা উলিয়াই তাৰে অকণমান তুলাত লগাইলৈ, নাকৰ ওচৰত ঘ্ৰাণ লবলৈ দিয়াত যেনিবা বমি বন্ধ হল। মহিলা গৰাকী বম্বেৰ পৰা আহিছে। বৰ শকত আৰু বিধবা মানুহ। তেওঁ লগ হিচাবে এজন চিনাকী পুৰুষ মানুহ বম্বেৰ পৰা লৈ আহিছে। ইগৰাকী ভদ্ৰমহিলা হৃষীকেশৰ পৰা আহিছে, নাম সৰস্বতী। তেৱোঁ দক্ষিণ ভাৰতৰ মানুহ, কিন্তু বৰ্মাত সৰুৰে পৰা আছিল। দেউতাক বৰ্মাৰ কোনোবা এখন ঠাইৰ চিভিল চাৰ্জ্জন আছিল। দক্ষিণ ভাৰতৰ এড্‌ভকেট এজনৰ লগত সৰস্বতীৰ বিয়া বৰ্মাতে দিছিল ও বৰ্মাতে তেওঁৰ স্বামীয়ে ওকালতি কৰিছিল।

যেতিয়া বৰ্মাৰ পৰা ভাৰতীয় সকলক বহিস্কাৰ কৰি দিছিল, তাৰ ভিতৰত সৰস্বতীৰ পৰিয়ালো আছিল। তেওঁবিলাক আহি বম্বেত থাকিবলৈ ললে, আৰু তাতেই তেওঁৰ স্বামীয়ে ওকালতি কৰিছিল। বম্বেত কিছু বছৰ থকাৰ পিছত সৰস্বতীৰ গিৰিয়েকৰ মৃত্যু হয়। তেওঁবিলাকৰ সন্তান সন্ততি নাছিল। গিৰিয়েক ঢুকুৱাৰ পিচত তেওঁ

জীৱনৰ বাকী কেইটা দিন হৃষীকেশত কটাবৰ কাৰণে, গঙ্গাৰ পাৰতে ঘৰ এটা সাজি তাতে বসবাস কৰিছে। বম্বেত থকা ঘৰটো ভাড়া দিছে আৰু সেই ভাৰাৰেই তেওঁ চলে। মিচেছ সৰস্বতী শিক্ষিতা আৰু তৰিৎ কৰ্মা, বয়স অনুমান ৫৫ বছৰ মান হব। তেওঁ শ্ৰীশ্ৰীশিবানন্দৰ শিষ্যা। দুই গৰাকী মহিলাৰ মাজত দূৰ সম্পৰ্ক আছে। শকত মহিলা গৰাকী পিচৰ ছিটৰ কোনত বহি লৈ নিজৰ মাল বস্তুৰ যাতে হানি বিঘিনি নহয়, তাকেহে কৰা দেখিলোঁ। স্বামীজী কেইজনে মাজে মাজে ভজন লগাই দিছে, সকলোৱে গাইছোহঁক আৰু ৰাস্তাৰ দুৰ্গমতা দৃষ্টি-গোচৰ হলেও তালৈ কাৰো ভ্ৰূক্ষেপ নাই।

এনেকৈ আহি দেবপ্ৰয়াগ পালো। বাচ খন ইয়াতে ৰলহি। বাচৰ পৰা নামি হাত মুখ ধুই সকলোৱে লগত নিয়া আহাৰ অলপ অলপ খাই ললোঁহক। দেবপ্ৰয়াগ—অলকানন্দা আৰু ভাগীৰথীৰ মিলন স্থল। এই দুই গিৰি-নিৰ্ঝৰ, বৃক্ষ লতা-গুল্ম শোভিত ধূসৰ ৰঙৰ শৈল শ্ৰেণীৰ মাজেৰে উপল খণ্ডৰ ওপৰেদি নিজস্ব বৈশিষ্ট্যপূৰ্ণ ভঙ্গিমাৰে খল্‌খল্ মহাকাল অট্টহাস্য ধ্বনিৰে আহি দেবপ্ৰয়াগত একত বিলীন হৈ ক্ষন্তেক মোহাবিষ্ট হৈ আকৌ দুৰ্বাৰ গতিৰে গুচি গৈছে গতি পথত, গঙ্গাৰূপে, হিমগিৰি কন্যাদয়। এই পৰ্বত কন্দৰ, গিৰি-নিৰ্ঝৰৰ শোভা মনো মুগ্ধকৰ। ইয়াত ৰামচন্দ্ৰৰ প্ৰাচীন মন্দিৰ আছে, য'ত বশিষ্ঠ মুনিয়ে শ্ৰীৰামচন্দ্ৰক উপদেশ দিছিল। সেই উপদেশেই হল যোগ বশিষ্ঠ ৰামায়ণ। শেষত শ্ৰীৰামচন্দ্ৰই তাতেই বাস কৰিছিল বুলি কথিত আছে। গঙ্গাৰ ওপৰত ৰাস্তাৰ পৰা মন্দিৰলৈ আৰু সিপাৰে যাবলৈ সেতু আছে। সময় হলত ড্ৰাইভাৰে গাড়ী এৰিবলৈ আয়োজন কৰিলে, আকৌ "জয় বদ্ৰীনাথৰ জয়" ধ্বনিৰে যাত্ৰা আৰম্ভ হল। এইবাৰ গঙ্গাক এৰি একালে খৰস্ৰোতা অলকানন্দা আৰু আনফালে বিৰাট শিলাময় বৃক্ষলতা সমন্বিত পাহাৰক লৈ ৰাস্তা আৰম্ভ হল। অলকানন্দাৰ কি



কোব। আউলি বাউলি ভঙ্গীৰে কোবাল তৰঙ্গায়ীত হৈ ভাগীৰথীৰ লগত মিলিবলৈ কি উদ্দাম গতি। মাজে মাজে দুইফালে বিৰাট শৈলৰাজি আৰু তাৰ মাজেৰে, গভীৰ তলেদি অলকানন্দা বৈ গৈছে, যেন কোনোবাই দুই শিলাময় পাহাৰ কাটি ৰাস্তা কৰি গৈ আছে আৰু অলকানন্দাই পিছে পিছে উন্মাদিনী হৈ দৌৰিছে, কাৰোবাৰ লগত মিলনৰ আশাত। মাজে মাজে দেখিলে বুকু কপি যোৱা ৰাস্তা, একালে পাহাৰ আনফালে বহু তলত অলকানন্দা। বৰষুণ বতৰৰ কাৰণে মাটি খহি ৰাস্তা সংকীৰ্ণ কৰি তুলিছে। মাজে মাজে আকৌ সমতল শস্য-শ্যামল পাহাৰৰ মাজেৰে, গাড়োৱালী গাওঁৰ মাজেৰে গাড়ী গৈ আছে। সেইকণ সময়েই নিৰ্ভাবনাৰে যাব পাৰি। গাওঁৰ বোৱাৰী জীয়াৰীহঁতে মূৰত পোহনীয়া জন্তুৰ কাৰণে ঘাঁহৰ বোজালৈ ঘৰলৈ খোজ লৈছে। সুন্দৰ নিপোটল স্বাস্থ্যৰ গাড়োৱালী ৰমণী।

এনেকৈয়ে আনন্দ ও আতঙ্কৰ মাজেদি শ্ৰীনগৰ পালোহি। ইয়াত ফল বেচ সস্তা। আমি তিনি টকা কেজি কৰি অলপ এপোল কিনিলো। চাহ আৰু খোৱা বস্তুৰ দোকানো আছে। গাড়ী সোনকালে এৰি দিয়াৰ নিমিত্তে কাৰো চাহ খোৱা নহল। তাৰ পিছত ৰুদ্ৰপ্ৰয়াগ, নন্দপ্ৰয়াগ, চামোলী পাৰহৈ পিপলকোটি পাওতে গধুলি সাত মান বাজিল। এই ৰুদ্ৰপ্ৰায়গৰ পৰাই কেদাৰলৈ যোৱা বেলেগ ৰাস্তা। কেদাৰ দৰ্শন কৰি ঘূৰি অন্য বাটেদিও চামোলী হৈ বদ্ৰীনাথলৈ যাব পাৰি। ৰুদ্ৰপ্ৰয়াগৰ পৰা কেদাৰলৈ পঞ্চাছ মাইল আৰু হৃষীকেশৰ পৰা ৰুদ্ৰপ্ৰয়াগলৈ অষ্টাশী মাইল।

দুপৰীয়া চামোলিত গাড়োৱালী হোটেলত দাইল-ভাত খালো। বৰ লেতেৰা। গৰম গৰম পোৱাত যেনিবা দুটামান গলাধঃকৰণ কৰিলো। খোৱা বস্তু সেই কাৰণে লগত লৈ গলে সুবিধা। চামোলিত বাচ বিলাক বহুত দেৰি ৰ'ব লগা হৈছিল, কাৰণ আগত ৰাস্তাৰ মেৰামতি কাম চলি আছিল। সেই নিমিত্তে পিপলকোটি

পাওতে সন্ধ্যা লাগি ভাগিল। এই সকলোবোৰ ঠাইতে বাতি থাকিবৰ নিমিত্তে ব্যৱস্থা আছে আৰু খোৱাৰ কাৰণে হোটেল ৰেচটুৰেণ্ট আদিও আছে। তাৰ ভিতৰত সকলোবিলাকতে ভাল আহাৰ পোৱা নেযায় আৰু থাকিবৰ নিমিত্তেও ভাল বন্দবস্ত নাই।

পিপলকোটি পাই গাড়ীৰ পৰা নামি যি য'ত পাৰে থাকিবৰ কাৰণে ঠাই বিচাৰি গল। আমাৰ লগৰ মাদ্ৰাজী ভদ্ৰলোক এজনে পি, ডব্লিউ ডি বঙলাতে থকাৰ বন্দবস্ত কৰিলে। আমি সকলোবোৰ তালৈকে গলো। বঙলাটো টিলা এটাৰ ওপৰত বৰ পৰিস্কাৰ পৰিচন্ন। কোঠা দুটা, তাৰে এটা কোঠাত মানুহ আছে, এটা আমি দুয়ো ললো। মাদ্ৰাজী মানুহ কেউজনে টিলাৰ অলপ নামনিত অন্য এটা ঘৰ ললে। কুলিৰ দাৰাই বিছনাপত্ৰ নিয়াই নিজৰ নিজৰ বিছনা শুবৰ কাৰণে দিহা লগাই লৈ খোৱাৰ কথা চিন্তা কৰিলো। এনেতে মাল অনা সৰু লৰাটোৱেই মাত লগালে "বাবুজী আপ্‌লোগ খানা খায়েঙ্গেতো ইহাঁ একদম ফাৰ্ষ্টক্লাস খানা আপ্‌কো মিল জায়েগা। আপলোগকো নিচে উত্‌ৰণে নেহী হোগা ইধাৰেই লা দেঙ্গা।" তাৰ কথাতে হয় ভবদি ৰাতিৰ আহাৰ দি যাবলৈ কলো। হাত-মুখ ধুই লৰাটোকে চাহ আনিবলৈ দিলো। সি আধা ঘণ্টা মানৰ পাছত এক টিপত চাহ আনি দিলে। চাহ আৰু লগত নিয়া জলপানকে কিছু খোৱাত শৰীৰটো বেচ ভাল লাগিল। মনটোও ভাল লাগিল, ইমান দূৰত আহি এনেকৈ আৰামত জিৰণি লবলৈ পোৱাত ভগবানৰ উদ্দেশ্যে মূৰ দোৱালোঁ। চাহ খাই এখেত ওলাই গল, মই বঙলাটোৰ সন্মুখৰ ফালে ফুলনিখনতে অলপ খোজ কাঢ়ি চতুদিশৰ আন্ধাৰে আবৰি থকা নিবিড় নিৰ্জন পাহাৰী অৰণ্যৰ দৃশ্য আৰু দূৰত গিৰি কন্যা অলকানন্দাৰ উপলখণ্ডৰ ওপৰেদি যোৱা ছন্দ মধুৰ ধ্বনি উপভোগ কৰি বিশ্ব নিয়ন্ত্ৰণৰ অপূৰ্ব সৃষ্টিৰ কথা ভাবিছো। এনেতে সিটো কোঠাৰ পৰা এজন শিখ ভদ্ৰলোক ওলাই আহি সুধিলে, অসমীয়াতে—'আপোনালোক গুৱাহাটীৰ পৰা আহিছে নেকি?' মই



হঠাতে ঘৰৰ পৰা ক'ত শ'ত মাইল দূৰৰ গাড়োৱালী জিলাৰ পিপলকোটিৰ পি, ডবলিউ ডিৰ বঙলাত অসমীয়া মাতধাৰ শুনি মোৰ মনত তেওঁলোকৰ প্ৰতি আপোন আপোন ভাব জাগি উঠিল। মই আনন্দত অধীৰ হৈ পৰিলো। সেয়েহে আমাৰ কবিয়ে বচি থৈ গৈছে—'অ মোৰ সুৰীয়া সুৱদী মাত'। চিনাকি হৈ জানিলো তেওঁলোক গুৱাহাটীৰ শিখ মন্দিৰৰ ওচৰত থাকে, ব্যৱসায় কৰে।

শিখ ভদ্ৰলোক জন, তেওঁৰ পৰিবাৰ, দিল্লীত থকা ভাই বোৱাৰীয়েক আৰু তেওঁৰ ভায়েক এই সকলোবিলাক হেমকুণ্ড দৰ্শন কৰি ঘূৰি আহিছে। হেমকুণ্ড শিখ সম্প্ৰদায়ৰ তীৰ্থস্থান। শিখ গুৰু, গোবিন্দ সিঙে তেওঁৰ আত্মজীৱনীত লিখি থৈ গৈছে, যে তাতেই তেওঁ পূৰ্ব জন্মত তপস্যা কৰিছিল। হেমকুণ্ড ১৪,২০০ ফুট ওপৰত, ই এটা ডাঙৰ সৰোবৰ। গোবিন্দ ঘাটৰ পৰা খোজ কাঢ়ি বা ঘোঁৰাৰে এই ঠাইলৈ যাব লাগে। মটৰৰ ৰাস্তা এতিয়াও হোৱা নাই। গোবিন্দ ঘাট বদ্ৰীনাথ ৰাস্তাত পৰে। বদ্ৰীনাথ পাবলৈ সাত আঠ মাইল মান থাকোঁতে গোবিন্দ ঘাট পায়, তাৰ পৰাই হেমকুণ্ডৰ ৰাস্তা। গোবিন্দ ঘাটত এটা গুৰুদ্বাৰা আছে আৰু তাত থকা মেলাৰ সুবিধা আছে বুলি কলে। হেমকুণ্ড সৰোবৰৰ পাৰত জিৰণি লোৱা এটা ঘৰ আৰু এটা ডাঙৰ গুৰুদ্বাৰা আছে। এই সৰোবৰৰ পাৰতে হিন্দুৰ মন্দিৰ এটাও আছে।

সৰোবৰত বোলে কোনেও কেতিয়াও একো পেলাই অপবিত্ৰ কৰিব নোৱাৰে। আমাক শিখ ভদ্ৰলোক জনে কৈছিল, যে কোনোবাই যদি সৰোবৰত কিবা পেলায়, তৎক্ষণাত দুটা সৰু চৰাই আহি তুলি লৈ যায়। তেওঁ বোলে প্ৰমাণ চাবৰ মনেৰে এটুকুৰা কাগজ পেলাইছিল। তৎক্ষণাত কৰবাৰ পৰা দুটা সৰু চৰাই আহি কাগজখন তুলি লৈ গলহি। সৰোবৰৰ পানী বৰ ফট্‌ফটীয়া। তাত গা ধুলে অপূৰ্ব অনুভূতি হয় বুলি কলে। বৰ মনোৰম ঠাই, বিভিন্ন ধৰণৰ ফুলেৰে সুশোভিত কৰি ৰাখিছে। তেওঁলোকে আমাক

হেমকুণ্ডলৈ যাবলৈ কৈছিল, কিন্তু বতৰ বেয়া হোৱাত আৰু লগৰ অভাবত সেই আশা মনতে বৈ গল।

গোবিন্দ ঘাটৰ পৰা ভেলি-অব্-ফ্লাৱাৰ্ছ্ লৈও যাব পাৰি। ভেলি-অৱ-ফ্লাৱাৰ্ছ্ (valley of flowers) হিমালয়ৰ ভিতৰতে এখন উৎকৃষ্ট দৃশ্যপটৰে ভৰপূৰ ঠাই। আগতে এই ঠাইৰ নাম আছিল 'ভায়ুন্দৰ ভেলি' (Bhyundar valley)। ইয়াৰ প্ৰাকৃতিক দৃশ্যাৱলী পৃথিৱীৰ যি কোনো দৃশ্যাৱলীৰ লৈতে তুলনা কৰিব পাৰি বুলি কয়। ইয়াত আছে সেউজীয়া ঘাঁহনী, পৰ্বতীয়া জুৰি আৰু আছে পৃথিৱীত আন ঠাইত থকা নথকা হৰেক ৰকমৰ পুষ্প সম্ভাৰ। ইয়াক চাবলৈ বহুদূৰ দেশৰ পৰা মানুহ আহে। গোবিন্দ ঘাটৰ পৰা বাৰ মাইল। জুলাই মাহতে যাবলৈ সুবিধা ও ভাল। ভেলি-অৱ-ফ্লাৱাৰ্ছৰ নামাকৰণ কৰে কামাট পৰ্বতাৰোহীৰ দৰে ১৯৩১ চনত। এজন পৰ্বতাৰোহীয়ে এই ঠাইৰ বৰ্ণনা এনেদৰে কৰি গৈছে— "ইয়াতকৈ হিমালয়ত আৰু ভাল ঠাইৰ বৰ্ণনা কৰিব নোৱাৰি। য'ত আছে সেউজীয়া ধুনীয়া ঘাঁহনী, শিলে শিলে বাগৰি অহা জুৰি আৰু আকোৱালী থকা তুষাৰ মণ্ডিত গিৰি শৃঙ্গ। তাতে আকৌ ৰূপত ৰহণ চৰোৱা প্ৰকৃতিৰ নানা ৰঙৰ নানা ধৰণৰ মনোমুগ্ধকৰ পুষ্প সমাৰোহ"। তালৈ যাবলৈ চামোলিৰ ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ পৰা পাৰমিট লব লাগে।

বেচ কিছু সময়ৰ পিছত লৰা দুটাই আমালৈ ভাত লৈ আহিল। আমি পাহৰিলে বুলিয়েই ভাবিছিলো। ভাত দেখি মনটো ভাল লাগিল। মাটি দাইল, ভাত, এখন বঙালাও আৰু আলুৰ তৰকাৰী আৰু কতি—"ফাৰ্ষ্ট ক্লাছ খানা"। যাহওক, ভোক লগাৰ কাৰণে বৰ তৃপ্তিৰে খালোঁ। চাউল কেইটা ভাল আছিল, দাইল তৰকাৰীয়ো জুতি লগাই হৈছিল। খাই-বৈ লৰাটোক বাচন নিবলৈ আহোতে কলো, "কাইলৈ ছয় বজাত চাহ দিব পাৰিবানে"? সি পাৰিম বুলি কোৱাত তাক বিদায় দি, লাইট নুমাই ভগৱানক স্মৰণ কৰি



নিদ্ৰাদেবীৰ কোলাত আশ্ৰয় ললো। ৰাতি বৰ ভাল টোপনি আহিল। পুৱা সাৰ পাই প্ৰাতঃকৃত সমাপন কৰি চাওঁ যে লৰাটোৱে চাহ আনিছে। চাহ খাই লৰা-লৰিকৈ বিছনা-পত্ৰ বান্ধি বস্তু-বাহানি বেগত ভৰাই আমি সকলো যাবৰ কাৰণে প্ৰস্তুত হলো। চকিদাৰে বহী আনিলে, এখেতে নিজৰ নাম ঠিকনাদি চহী কৰি ভাড়া চুটকা আৰু চকিদাৰকো টকা এটা দি তাৰপৰা বিদায় ললো। সঁচাকৈয়ে পিপলকোটিৰ পি, ডবলিউ, ডিৰ বঙলাটো বৰ সুন্দৰ ঠাইত। তাৰপৰা প্ৰকৃতিৰ দৃশ্যৰাজি বৰ ভালকৈ দেখা যায়। হৃষীকেশৰপৰা পিপলকোটি ১৩১ মাইল।

আমি সকলোবিলাক যাত্ৰী বাচৰ ওচৰ চাপিলো। সকলোবিলাকেই মালপত্ৰ লৈ আগৰ নিচিনাকৈ থানথিত লগাই বহিলোহঁক। অকণ অকণ কিনকিনিয়া বৰষুণ আৰম্ভ হল। গৰম কাপোৰ উলিয়াই ললো, পিপলকোটিলৈকে ঠাণ্ডা লগা নাছিল। ড্ৰাইভাৰে হৰ্ণ বজালে লগে লগে 'জয় বদ্ৰীনাথৰ জয়' ধ্বনিৰে আমাৰ দ্বিতীয় দিনৰ যাত্ৰা আৰম্ভ হল। স্বামীজী কেইজনে ভজন আৰম্ভ কৰিলে, লগে লগে দুই এজনৰ বাহিৰে আমি সকলোৱে গাইছো, মনটো পুলকিত হৈ পৰিছে চিৰ বাঞ্ছিত বদ্ৰীনাথ ধাম দৰ্শনৰ অভিলাষ কেই ঘণ্টামানৰ পিছতে পূৰ্ণ হোৱাৰ আশাত।

এনেকৈয়ে অকোৱা-পকোৱা ওখ চাপৰ ৰাস্তাৰে সৰু সৰু গাড়োৱালী গাওঁ দুই চাৰিখন মান পাৰহৈ দিনৰ দহমান বজাত যোশীমঠ পালোগৈ। ইয়াতে শ্ৰীশ্ৰীশঙ্কৰাচাৰ্য্যই মঠ প্ৰতিষ্ঠা কৰি গৈছে। খৰালি ছমাহ বদ্ৰীনাথৰ পূজা এই যোশীমঠতেই হয়। যোশীমঠ পোৱাৰপৰা বেচ বৰষুণ আৰম্ভ হল, মনটো সেমেকি গল। কাৰণ, মিলিটেৰীয়ে হুকুম নিদিলে যাব নোৱাৰি। যোশীমঠত বেচ ডাঙৰ সৈন্য বাহিনীৰ কেন্দ্ৰ দেখিলো। হুকুম পোৱাত যেনিবা আমাৰ মিনি বাচ যাবলৈ আৰম্ভ কৰিলে। এইবাৰ নামিছো, মিলিটেৰী ছাউনিৰ মাজেৰে কিছুদূৰ গৈ দুই পাহাৰক সংলগ্ন কৰা

এখন পাহাৰী নদীৰ ওপৰত লোহাৰ দলং পালো। দলংখন পাৰ হৈয়েই পাহাৰৰ গাত শিল এটাত লিখা চাইন বৰ্ডলৈ চকু পৰিল। তাত লিখা আছে, Your family is waiting for your safe return অৰ্থাৎ তোমাৰ পৰিয়ালবৰ্গ ই তুমি নিৰাপদে ঘুৰি পোৱালৈ বাট চাই আছে। কথা ফাকিৰ কিমান দূৰ তাৎপৰ্য্য, ৰাস্তা দেখি গম পালো। এইবাৰ অতি দুৰ্গম ৰাস্তা আৰম্ভ হল। দুই পিনে বিশাল পৰ্বতমালা, তাৰে এটাৰ দাঁতিয়ে খৰস্ৰোতা অলকানন্দা। দেবদাৰু শোভিত পৰ্বতমালা, তাৰ মাজে মাজে ক্ষীণ শুভ্ৰ দুগ্ধ সদৃশ পানীধাৰা শিলৰ ওপৰে ওপৰে বাগৰি আহি বহু তলত অলকানন্দাত মিলিছেহি। আগপিনে পিছপিনে সোঁৱে বাঁৱে কেৱলমাত্ৰ পাহাৰ আৰু পাহাৰ। অসূৰ্য্যপশ্যা ৰাস্তা। শিলৰ দেৱালৰ মাজেৰে, শিলৰ ছাটৰ তলেৰে মিনিবাচ গৈ আছে। তাৰ মাজে মাজে বৰফাবৃত গিৰিশৃঙ্গৰ অপূৰ্ব শোভাই ৰাস্তাৰ আতঙ্ক পাহৰাই দিছে। কি সুন্দৰ সেই শুভ্ৰ হিমগিৰি শৃঙ্গ। নিজৰ মহিমাত সমাধিত।

দূৰ্গম ৰাস্তা। তাতে অবিৰল বাৰি ধাৰা। প্ৰত্যেক মুহূৰ্ত্ততে ওপৰৰপৰা শিল বাগৰি অহাৰ শঙ্কা। ৰাস্তাৰ ওপৰত পাহাৰৰ দেৱাল সদৃশ শিলৰ পৰা পানী পৰি আছে। মাজে মাজে বৰষুণৰ কোবাল সুঁতি ৰাস্তাৰ ওপৰেদি বাগৰি গৈ ৰাস্তা খান্দি পেলাইছে। ড্ৰাইভাৰে অতি সৰ্তকতাৰে গাড়ী পাৰ কৰিছে। জয় বাবা বদ্ৰীবিশাল, কাৰো মুখত তেতিয়া মাত নাই, ভগবানৰ নামো মনে মনেই লৈছে। এনেকুৱা কেইবাটাও জুৰি পাৰ হব লগা হৈছিল। বেছি বৰষুণ দিয়াৰ ফলতহে থিয় পাহাৰৰ পানী প্ৰবল বেগত তলত পৰি ৰাস্তা খান্দি পেলাইছে।

এনেকৈয়ে মনত ভয় ও তৃপ্তিৰ মাজেৰে আহি পাণ্ডুকেশ্বৰ পালোহি। পাণ্ডৱ সকলে শেষত ইয়াতে বাস কৰিছিল বুলি কয় আৰু সেই কাৰণেই এই ঠাইৰ নাম পাণ্ডুকেশ্বৰ। সোঁফালে তলত অলকানন্দাৰ পাৰত যোগবদ্ৰী ও বাসুদেব মন্দিৰ আছে। গাড়ী কিছু দেৰী ৰোৱাৰ পিছত পুনৰ চলিবলৈ আৰম্ভ কৰিলে প্ৰায় একেধৰণৰ পাহাৰী ৰাস্তাৰে। মাজে মাজে শিলৰ ওপৰে বাগৰি অহা গিৰি-নিৰ্ঝৰ। ড্ৰাইভাৰে সৰ্তকতাৰে পাৰ কৰিছে, এনেকৈয়ে আহি গোবিন্দঘাট পাৰ হলো। তাৰ পিছত হনুমানচট্টীত আহি গাড়ী কিছু সময় ৰলহি। এইখিনিৰপৰা ৰাস্তা ক্ৰমাত একেলেথাৰিয়ে ওপৰলৈ উঠা। সেউজীয়া ঘাঁহনী আৰু মনোৰম দৃশ্যাৱলীৰ মাজেৰে গাড়ী চলি আছে, এনেতে স্বামীজী এজনে 'জয় বদ্ৰীবিশালৰ জয়' ধ্বনি দিলে। ইমান পৰে ৰাস্তাৰ দূৰ্গমতাৰ কাৰণে প্ৰাণৰ চিন্তাৰ বাহিৰে অন্য একো ভাবিবলৈ সময় হোৱা নাছিল। স্বামীজীৰ জয় ধ্বনিয়ে বদ্ৰীনাথক সোঁৱৰাই দিলে আৰু লগে লগে সকলোৱেই জয় ধ্বনি দিলে।

ৰাস্তাৰ দাঁতিত "বদ্ৰীনাথ ধাম" লিখা চাইনবৰ্ড এখনো চকুত পৰিল। পালোহি বুলি মনত আশাৰ জিলিঙণি দেখা দি মন পুলকত আপ্লুত কৰিলে। তাৰ পিছত ওখ কেইটামান পাক ঘূৰাৰ পিছতে বদ্ৰীনাথ মন্দিৰ আৰু ঘৰ বাৰী দেখা পালো। মনত যে কি অনুভূতি হল মই বুজাব নোৱাৰো। তেনেহলে ইমানদিনৰ আকাঙ্খা পূৰণ কৰিলা প্ৰভু। সকলোৱেই দুই হাতে প্ৰণাম জনালে। মনৰ আনন্দত স্বামীজীয়ে ভজন আৰম্ভ কৰি দিলে, প্ৰাণভৰি ভজন গাবলৈ ধৰিলো। চকুৰ পানী সামৰিব নোৱাৰিলো। ৰাস্তাৰ দুৰ্গমতাৰ কথা মনৰপৰা মোচখাই গল। বৰষুণ দিয়েই আছে, ক্ৰমাৎ প্ৰকোপ বাঢ়িছে। নিৰ্দিষ্ট ঠাইত, বদ্ৰীনাথ ধামত গাড়ী ৰলহি। সময় তেতিয়া চাৰে এঘাৰ।

যোশীমঠৰপৰা বদ্ৰীনাথ উনৈশ মাইল। হৃষীকেশত পুৱা সাৰে ছয় বজাত গাড়ীত উঠি দেবপ্ৰয়াগ, শ্ৰীনগৰ, ৰুদ্ৰপ্ৰয়াগ, কৰ্ণপ্ৰয়াগ নন্দপ্ৰয়াগ, চামোলী, পিপলকোটি। পিপলকোটিত ৰাতিটো থাকি পিছদিনা যোশীমঠ, গোবিন্দঘাট, হনুমানচট্টীহৈ শ্ৰীশ্ৰীবদ্ৰীনাথ দিনৰ

সাৰে এঘাৰ মানত পালোহি। গাড়ী ৰোৱাৰ পিচত সকলোৱেই নামিবৰ নিমিত্তে ব্যস্ত হল। কিন্তু বৰষুণ যেন কলহৰ মুখেৰেহে ঢালিছে। কোনোৰকমে ছাতি মেলি গাড়ীৰপৰা নামি সকলোৱেই আশ্ৰয় বিচৰি গল। আমাৰ এখেতে পাণ্ডা এজন ঠিক কৰি ললে। লগৰ মাদ্ৰাজী ভদ্ৰলোক কেইজনে গুজৰাট ভবনতে থাকিবৰ নিমিত্তে ঠিক কৰিলে। আমি সকলোৱে কেইজনমান কামলাৰ মূৰত মালদি গুজৰাট ভবনতে উঠিলোগৈ। আমি ওপৰ তলাৰ এটা কোঠা ললো আৰু মাদ্ৰাজী ভদ্ৰলোক কেইজনে তলতে থাকিবলৈ ললে। ওপৰৰ কোঠা কেইটাত কিছু আসবাব পত্ৰ আছে। সেইকাৰণে ভাৰা অলপ বেচি। আমাৰ কোঠাটোত লাইট আৰু চেনিটেৰী পায়খানা আছে। আহল বহল মজিয়াত দলিছা পৰা। সকলো সুবিধাৰে কোঠাটো পাই বৰ ভাল লাগিল। পানীৰ বন্দবস্ত যদিও নাছিল, বৰষুণৰ পানীয়েই আমাৰ সকলো অভাৱ পূৰণ কৰিলে। প্ৰভু বদ্ৰীনাথৰ উদ্দেশ্যে প্ৰণাম জনালো।

খুব ঠাণ্ডা পৰিছে। গৰম কাপোৰ উলিয়াই পিন্ধি ললো। পাণ্ডাক চকী এখনত বহিবলৈ দি আমি বস্তুখিনি থান্থিত কৰাত লাগিলো। পাণ্ডাই মাত লগালে "মন্দিৰ দৰ্শন কৰিব নেকি? বাৰ বজাত বন্ধ হব আৰু মাত্ৰ আধা ঘণ্টা সময় আছে। পুনৰ চাৰি বজাত খুলিব।" আমাৰ সংস্কাৰৰ কাৰণেই গা-পা নোধোৱাকৈ মন্দিৰলৈ যাবলৈ সঙ্কোচ হল। গা-ধুই যাবৰ সময় নায়। গতিকে পিছবেলাই দৰ্শন কৰিম বুলি কলো। তপ্ত-কুণ্ডত স্নান কৰিবৰ নিমিত্তে পাণ্ডাজীৰ লগত আমি দুয়ো ওলালো। বাহিৰত হাড় কপোৱা ঠাণ্ডা; বৰষুণ আৰু ফেৰফেৰিয়া বতাহ, তথাপিও গা-ধুবলৈ এটা ছাতিৰ তলতে তিতিবুৰি ওলালো। মন্দিৰৰ ওচৰতে তপ্তকুণ্ড চাৰিওপাৰ শিলেৰে বন্ধোৱা পুখুৰী সদৃশ। তাত নামি গা ধুব লাগে, পানী বেচ গৰম। প্ৰথমে নামোতে গা পুৰি যায় যেন লাগে। এখেতে কিন্তু বেচ কুণ্ডত নামি গা ধুইছে। মই নামিয়েই উঠি



আহিব লগা হল, সহ্য কৰিব নোৱাৰিলো। পাণ্ডাজীয়ে কলে এটা বুৰ মাৰি লওক, তেতিয়া সহ্য হৈ যাব। এটা বুৰ মৰাৰ পিছত কোনোৰকম গা-ধুব পাৰিলো, তথাপিও বেচি সময় থাকিব নোৱাৰিলো। কুণ্ডত নমাৰ আগতে পাণ্ডাই আমাক স্নানৰ মন্ত্ৰ পাঠ কৰাই ললে। তাৰ পিচত কুণ্ডত নামি স্নান কৰিলো। স্নান কৰি শৰীৰত নতুন বল পোৱা যেন লাগিল।

বহু মানুহে তপ্তকুণ্ডত স্নান কৰিছে। ভাৰতৰ সকলো প্ৰান্তৰে মানুহ শ্ৰীশ্ৰীবদ্ৰীনাথ দৰ্শনৰ কাৰণে আহিছে। লৰা, বুঢ়া, ডেকা, গাভৰু, মুনিহ, তিৰুতা, সাধু, সন্ন্যাসী, বৈৰাগী, বৈষ্ণৱী সকলোৰে সমাবেশ। কাপোৰ সলাবৰ কাৰণে কুণ্ডৰ ওচৰতে ঘৰ আছে। গা-ধুই হোটেল এখনত নিৰামিষ আহাৰ খাই আমি থকা ঠাইলৈ আহিলো। মন্দিৰলৈ যোৱাৰ বাটত অলকানন্দাৰ ওপৰত দিয়া সস্‌পেনসন ( Suspension bridge ) দলঙেদি যাব লাগে। ঠাণ্ডাৰ প্ৰকোপ দেখি পাণ্ডাজীয়ে দুখন লেপ যোগাৰ কৰি আমাৰ নিমিত্তে লৈ আহিছে। পাণ্ডাজীক আবেলি পাঁচ বজাত মন্দিৰ দৰ্শনৰ নিমিত্তে আহিবলৈ কৈ বিদায় দিলো। ইমান ঠাণ্ডা যে বিচনাত গৰম কাপোৰৰ মাজত সোমায় পৰাৰ বাহিৰে অন্য উপায় নাই। কোনো ৰকম হাত-ভৰি গৰম হৈ নাহে, হাড় কপোৱা ঠাণ্ডা। বদ্ৰীনাথৰ উচ্চতা দহহেজাৰ ফুট। বৰষুণ দিয়াৰ কাৰণে ইমান ঠাণ্ডা পৰিছে।

বদ্ৰীনাথ—কেউপিনে পাহাৰৰ সুউচ্চ শৃঙ্গ, তাতে শুভ্ৰ তুষাৰ পতিত শৃঙ্গৰ অতুলনীয় ৰূপৰাজি। তাৰ মাজৰ সমতল ভূমিত হিমগিৰি কন্যা অলকানন্দাৰ পাৰত বদ্ৰীনাথৰ মন্দিৰ। তেতিয়া চেপ্তেম্বৰ মাহ। বৰফ পৰাৰ সময় নহয় কিন্তু দুদিন নেৰানেপেৰা বৰষুণ দিয়াৰ নিমিত্তে শৃঙ্গত বৰফ পৰিছে। আমি থকা কোঠাটোৰ খিড়িকীয়েদি মন্দিৰৰ চূড়া দেখি থাকি। লেপৰ তলত সোমায় মোৰ কোনোৰকম টোপনি নাহিল। মনে জিৰণি লব পৰা নাই।

কেতিয়া প্ৰভু বদ্ৰীনাৰায়ণক দৰ্শন কৰিবলৈ পাওঁ, সেই চিন্তাই মন উত্ৰাৱল কৰিছে। মন্দিৰৰ চূড়া দেখি আছো, অথচ, এতিয়াও দৰ্শন হোৱা নাই। ওহো, নোৱাৰি শুব, উঠি বহিলোঁ। এনেকৈ চিন্তা কৰি থাকোতে থাকোতে পাঁচ বাজিল। বাহিৰত দেখো যে গৰম কাপোৰেৰে পৰিবৃত হৈ পাণ্ডাজী ছাতি লৈ আহি আছে। ময়ো বিছনাৰ পৰা খৰখেদাকৈ নামি গৰম কাপোৰ পিন্ধি যাবৰ কাৰণে প্ৰস্তুত হলো। বৰষুণ দিয়েই আছে। এখেত ঠাণ্ডাৰ নিমিত্তে যাবলৈ ইচ্ছা নকৰিলে। পাণ্ডাজী আৰু মই মন্দিৰলৈ বুলি ৰাওনা হলো, আৰতি আৰম্ভ হৈছেই। মানুহৰ ভীৰ। দৰ্শন কৰিলো আৰু মনে মনে কলো—"হে প্ৰভু বদ্ৰীনাৰায়ণ, তোমাক দৰ্শনৰ অভিলাষ পূৰ্ণ কৰালা।" আনন্দত মোৰ চকুৰ পানী ওলাই আহিল, প্ৰভুৰ উদ্দেশ্যে প্ৰণাম জনালোঁ। আৰতিৰ পিছত মানুহৰ ভীৰ কমিল। এইবাৰ ভালকৈ দৰ্শন কৰিলো, বদ্ৰীনাৰায়ণক। মন প্ৰাণ শান্তিত ভৰি গল। জীৱন সাৰ্থক হল। তাৰ পিচত পাণ্ডাজীয়ে আৰতি কৰি থকা 'ৰাওলক' দেখুৱালে, তেওঁ ঘন্টা বজাই আৰতি কৰিছিল। সুন্দৰ, গৌৰবৰ্ণ, স্বাস্থ্যবান, সাতাইশ্-আঠাইশ্ বছৰীয়া, দীঘল গৰম কোট পৰিহিত ত্ৰদীবিশালৰ পূজাৰী ৰাওল।

বদ্ৰীনাথৰ পূজাৰী নিৰ্বাচন কৰে শ্ৰীশ্ৰীশঙ্কৰাচাৰ্য্য মঠৰ পৰা। পাঁচ বছৰমান বয়সৰ দাক্ষীণৰ ব্ৰাহ্মণৰ কুলজাত সদবংশৰ লৰা এজন বাছি নি শিক্ষা দীক্ষাদি বদ্ৰীনাৰায়ণৰ পূজাৰ উপযুক্ত কৰে। তেওঁ হব লাগিব আজীৱন ব্ৰহ্মচাৰী। বৰ্তমান থকা ৰাওলজন এম, এ, বুলি আমাৰ পাণ্ডা, শ্ৰীঅমৰ নাথ পূজাৰীয়ে কলে। তেওঁ ছমাহ বদ্ৰীনাথত থাকে আৰু মন্দিৰ বন্ধ হোৱাৰ লগে লগে তেওঁবিলাকৰ আশ্ৰমলৈ গুচি যায়। বদ্ৰীনাথৰ মন্দিৰ বহাগ মাহত খোলে আৰু কালি পূজাৰ পিছ দিনা পূজা কৰি বন্ধ কৰে। মন্দিৰ ছ-মাহ বন্ধ আৰু ছ-মাহ খোলা। মন্দিৰ প্ৰদক্ষিণ কৰি আমি থকা ঘৰলৈ আহিলো। খুব ঠাণ্ডা, ৰন্ধা-বঢ়া কৰিবলৈ লগত 'স্তোভ' নাই। পাণ্ডাজনক কোৱাত



তেখেতে যেনিবা কেৰাচিন তেল সহ এটা স্তোভ যোগাৰ কৰি আনি দিলে। চচ্‌পেন ছুটা, গিলাচ, ঠাল, হেতা লৈয়েই গৈছিলো। এখেত পাণ্ডাৰে সৈতে গৈ দাইল, চাউল, আলু কিনি আনিলে। তৰকাৰীৰ ভিতৰত আলুৱেইহে পায়। সকলো বস্তু বাহিৰৰ পৰা আহে। ওচৰৰ গাওঁৰ পৰা এই কেইমাহৰ কাৰণে গাড়োৱালী মানুহে গৰু ছাগলী আনি বসবাস কৰে আৰু আলু খেতি কৰে। গাখীৰ পোৱা যায়, সেৱে দেৰ টকা। ৰাতিৰ নিমিত্তে খিচিৰী বহালো, তাতে আলু দিলো। খিচিৰী সোনকালে সিজিয়েই নাহে। খুব ঠাণ্ডা লাগিছে, খাই বৈ লেপৰ তলত সোমালো হয়, কিন্তু হাত ভৰি কোনো ৰকম গৰম নহয়। যা হওক, এক ঘণ্টা মানৰ মূৰত যেনিবা টোপনি আহিল।

পাছদিনা ৰাতিপুৱা সাৰ পায় দেখো যে একে বৰষুণ। ৰাতিপুৱাৰ প্ৰাতঃকৃত শেষ কৰি উঠোতেই পাণ্ডা আহি পালেহি। বেগ এটাত পিন্ধা কাপোৰ, গামোছা ভৰাই তপ্তকুণ্ডত স্নান কৰিবলৈ ওলালো। পাণ্ডাজীয়ে মন্ত্ৰ মতাই স্নান কৰালে। স্নান শেষ কৰি বদ্ৰীনাৰায়ণক যথাৰীতি দৰ্শন কৰিবলৈ গলোঁ, যাওতে দোকানৰ পৰা প্ৰসাদ ললো। প্ৰসাদৰ দালি সজোৱাই থাকে, পাঁচ সিকিৰ পৰা দহ পোন্ধৰ টকালৈকে। আমি তেনেকৈ সজাই ৰখা দালি এখন কিনিলো। তাত থাকে, শুকান বুট দাইল, বাদাম, আথৈৰ নিচিনা এবিধ বস্তু, খিচ্‌মিচ্, খেজোৰ, চোহোৰা, ইত্যাদি শুকান বস্তু। আৰু দিয়ে ধূপ। দাম অনুযায়ী প্ৰসাদৰ দালিৰো তাৰতম্য আছে। যাৰ যি শক্তি সেইমতে দিব পাৰে। সাধাৰণতে ভোগ দিয়াৰ নিৰিখ পাঁচ টকাৰ পৰা এশ টকালৈকে। ভোগ দিবৰ হলে আগদিনাই মন্দিৰৰ তহবিলত টকা জমাদি ৰচিদ লব লাগে, পাছদিনা ৰচিদ দেখুৱাই বাৰ বজাৰ পিছত নাৰায়ণৰ ভোগ লব পাৰি।

মন্দিৰ সোমোৱাৰ আগতে বন-তুলসিৰ মালা কিনিলো, এদালত আঠ অনা। তাৰ পাছত মন্দিৰ সোমালো। পূজাৰীৰ হাতত

সকলোবোৰ বস্তু দিলো ; পূজাৰীয়ে মালা নি ভগবানক পিন্ধালে। ওচৰলৈ যাবলৈ নিদিয়ে। দুৱাৰদলিৰ নিচিনা চিন্ দিয়া আছে, তাৰ পাৰ হবলৈ নিদিয়ে। তথাপিও খুব সুন্দৰকৈ দৰ্শন কৰিব পাৰি। ৰূপৰ সিংহাসন, সোণৰ অলঙ্কাৰ, ফুল আৰু বন-তুলসীৰ সজ্জিত মনোমোহা জ্যোতিৰ্ময় শিলাৰ মূৰ্তি। দেখি নয়ন, মন সাৰ্থক হল। সেৱা কৰি মন্দিৰ প্ৰদক্ষিণ কৰিলো। সেই মন্দিৰৰ চৌহদতে শঙ্কৰাচাৰ্য্যৰ মূৰ্তিও আছে। মন্দিৰৰ কাম শেষ হোৱাৰ পাছত মই গুজৰাট ভৱনলৈ উভতিলো। পাণ্ডাজীয়ে এখেতক লৈ ব্ৰহ্মকপালত পিতৃপুৰুষৰ শ্ৰাদ্ধ কৰিবলৈ গল। ব্ৰহ্মকপাল অলকানন্দাৰ পাৰত এডোখৰ বহল শিল, তাত শ্ৰাদ্ধ কৰিলে জীৱ মুক্ত হয় বুলি প্ৰবাদ আছে। ব্ৰহ্মকপালত শ্ৰাদ্ধ কৰাৰ পাছত আৰু শ্ৰাদ্ধ কৰিব নেলাগে বুলিও কয়।

বৰষুণ এৰা নাই, মই আহি ষ্টোভ জ্বলাই চাহৰ পানী বহাই দি বিছনাতে বহিছো মাত্ৰ। এনেতে আমাৰ লগৰ সৰস্বতী দেৱী আহি কলেহি, তেওঁ এইমাত্ৰ ড্ৰাইভাৰক খবৰ কৰি আহিছে, আজি যোৱা নহব, বতৰ বৰ বেয়া। কথাটো শুনি মই বৰ ভাল পালো আৰু এদিন থাকিবলৈ পোৱাৰ আশাৰে। আমাৰ এখেতৰ বদ্ৰীনাথ ধামত কেইদিনমান কটাই যাবৰ ইচ্ছা আছিল। এনেদৰে কথাপাতি থাকোতেই শকত মাদ্ৰাজী মহিলা গৰকী আহি সোমায়েই মোক প্ৰশ্ন কৰিলে, "তোমালোকে কেনেকৈ খাইছা ?" মই কলো, পাণ্ডাজীয়ে এটা ষ্টোভ দিছে তাকেই আমি ৰান্ধি খাইছো। তেওঁ কলে, "চাওঁ তোমাৰ ষ্টোভ আৰু চচ্‌পেনটো মোক দিয়াছোন, ময়ো খাবৰ নিমিত্তে কিবা অলপ কৰি লওঁ।" অলপ সময়ৰ পাছত এখেত আহি পালেহি। চাহ কৰি, চাহ বিস্কুট খালো আৰু এখেত বাচৰ সন্ধানত ওলাই গল, খবৰাখবৰ কৰিবৰ নিমিত্তে। মই দক্ষিণী মহিলা গৰাকীক ষ্টোভ আৰু চচ্‌পেনদি বিদায় দিলো। এঘণ্টা মানৰ পিছত এখেত ঘূৰি আহি কলেহি যে বাচ এঘাৰ বজাত যাব। সময় বেচি নাই, সোনকালে মালপত্ৰ সামৰা। ড্ৰাইভাৰে ৰাস্তা আৰু বেচি বেয়া হোৱাৰ আশঙ্কা কৰিছে, সেইকাৰণে আজিয়েই ওলাই যাব। আৰু কলে, মাদ্ৰাজী মানুহ কেইজন হোটেললৈ খাবৰ নিমিত্তে গৈছেই। মোৰটো তেতিয়ালৈকে একো হোৱাই নাই। মহিলা গৰাকীক ষ্টোভ, চচ্‌পেন খোজোঁহে খোজো নিদিয়ে। বহুত পৰৰ পিচত যেনিবা দিলেহি। মই চচ্‌পেনত পানী উঠাই দাইল, চাউল, আলু একেলগে দি বস্তু সামৰাত লাগিলো। এখেতে বিছনাপত্ৰ বান্ধিছে। ভাত সময় হলে খাম, নহলে বন্ধা খিচিৰীকে লৈ যাম। পাণ্ডাজী বহিয়েই আছে, তেখেতেৰো ভাবিছিল আমি থাকিম বুলিয়েই। পাণ্ডাজন বৰ ভাল মানুহ, আমাক কোনো অন্যায় আবদাৰ কৰা নাছিল। যোৱাৰ খৰখেদা হোৱা দেখি তেওঁ লৰালৰিকৈ প্ৰসাদ আৰু নিৰ্মালি আনিবলৈ গল। আমিও ইতিমধ্যে তৈয়াৰ হৈ ললো। ইফালে গাড়ীৰ হৰ্ণ দিবই লাগিছে, বাকী সকলোবোৰ গাড়ীত বহিলেই। খিচিৰী খোৱা নহল, বান্ধি ললো চচ্‌পেনে সৈতে, লগত দুখন চামোচো উলিয়াই ললো। পানীৰ বতলত পানী ভৰোৱাই আছে। কিন্‌কিনিয়া বৰষুণ, পাণ্ডাজী আহি আমাক দীঘলীয়া আশীৰ্বাদ দি ফুল, নিৰ্মালি আৰু প্ৰসাদ দিলে। আমিও তেখেতক আমাৰ তীৰ্থ গুৰু হিচাবে দক্ষিণা দি তেওঁৰ পৰা বিদায় লৈ গাড়ীত উঠিলোহি। বাহিৰত সেই শুভ্ৰ তুষাৰ মণ্ডিত গিৰিশৃঙ্গ চকুত পৰাঁৰ লগে লগে মন মোহিত হল। বদ্ৰীবিশালৰ জয়ধ্বনিৰে গাড়ী এৰি দিলে। মন্দিৰলৈ চায় শেষবাৰ প্ৰণাম কৰোতে মোৰ চকু চল্‌চলীয়া নোহোৱাকৈ নেথাকিল। মনোবাঞ্চা পূৰ্ণ কৰিলা প্ৰভু, এনেয়ে ভক্তই তোমাৰ নাম বাঞ্চাকল্পতৰু ৰখা নাই। এইবাৰ ফিৰাৰ পথত। মোৰ মনটো বিষাদৰে ভৰি গল। কিছুদূৰ ঘূৰি ঘূৰি মন্দিৰলৈ চাই চাই নেদেখা হোৱালৈকে চাই আহিলো, হেপাহ নপলায়।

এইবাৰ বাচ নামিছে। নামিছে একে লেঠাৰিয়ে চাৰি মাইলমান

বেকা বেকিকৈ। পুনৰ অলকানন্দাক লগ পালো। কিন্‌কিনিয়া বৰষুণ, আমাৰ বাচ চলি আছে। এইবাৰ যোৱা বাৰতকৈ ৰাস্তা বিপদশঙ্কুল। নেবানেপেৰা বৰষুণৰ ফলত মাজে মাজে ৰাস্তাৰ ওপৰে বাগৰি যোৱা ঝৰণা ড্ৰাইভাৰে সতৰ্কতাৰে পাৰ কৰাইছে। কৰবাত আহি গাড়ী ৰৈ গৈছে। আগত দেখো যে শিলমাটি খহিছে। তাৰ কাষেৰে অতি সাৱধানেৰে গাড়ী পাৰ কৰিছে। এইবাৰ তিনিখন গাড়ী একেলগে আহিছে, দুখন ডাঙৰ বাচ আৰু আমাৰ মিনি বাচ। আহোতে কিন্তু বহুত গাড়ী একেলগে আহিছিল। তাৰে বেচিভাগেই বিপদশঙ্কুল ৰাস্তাৰ কাৰণে ৰৈ গল। এনেকৈ সতৰ্কতাৰে দহ বাৰ মাইল মান অহাৰ পিচত আগৰ বাচ দুখন ৰৈ গল, আমৰ গাড়ীখনো আহি ৰলহি। সকলোবিলাকে নামি চাও যে এটা মজলীয়া ধৰণৰ শিল আৰু মাটি খহি মাজ ৰাস্তা ব্যাপি পৰি আছে। গাড়ী পাৰ কৰিবলৈ এই স্তুপাকাৰ মাটি আৰু শিল অতৰাব লাগিব। কিমান দেৰী বা হব লাগে কি ঠিক! আমাৰ লগৰ স্বৰস্বতী দেবীয়ে মোক কলে, "আপোনালোকৰটো খোৱা নহল, ইয়াতে অলপ খিচিৰী খাই লওক, বাইদেউৰ কাৰণেই বদ্ৰীনাথত আপুনি ঠিক সময়ত ৰান্ধিব নোৱাৰিলে। মই বাইদেউক আপোনাৰ পৰা ষ্টোভ চচ্‌পেন আনিবলৈ মানা কৰিছিলো। তেওঁ মোৰ কথা নুশুনি আপোনাৰ পৰা লৈ আহিল, মাজতে আপোনালোকৰ খোৱা নহল।" তেওঁ সচাঁকৈয়ে বেয়া পোৱা দেখি মই কলো, "সেইটো কি কথা, তেখেতক দিবলৈ পাই মই ভালেহে পাইছো। আমি ৰান্ধি লগত লৈ আহিছো নহয়, এতিয়া খাম। লৰালৰিকৈ খাবও নোৱাৰিলোহেতেন। ঈশ্বৰে যি কৰে ভালৰ কাৰণেই, আপুনি একো নেভাবিব।" আমি দুয়ো ৰাস্তাৰ দাঁতিৰ শিল এটাতে বহি অলপ অলপ খাই ললো।

ইপিনে দেখিছো গাড়ী কেউখনৰ হেণ্ডীমেন, ড্ৰাইভাৰ আৰু যাত্ৰী কেইজনমানে ৰাস্তাৰ কামত লাগি গৈছে। আধাঘণ্টা মানতে মাটি কিছু অতৰাই শিলটো অলপ কাষৰীয়া কৰি কোনোৰকম গাড়ী



যাব পৰা বাট উলিয়ালে। মানুহ নমাই গাড়ী কেইখন খুব সাৱধানেৰে এখন এখনকৈ পাৰ কৰালে, আৰু আমিও স্বস্তিৰ নিশ্বাস পেলালো। সকলোৱেই আগ্ৰহেৰে গাড়ীত বহিলোহঁক। ড্ৰাইভাৰে গাড়ীত ষ্টাৰ্ট দিলে। বৰষুণে এৰা দিয়া নাই, আহি আছো সেই ওখ চাপৰ অকোৱা পকোৱা ৰাস্তাৰে। কেইমাইলমান অহাৰ পাচত দেখো যে আমাৰ আগতে বদ্ৰীনাথৰ পৰা এৰা বাচ তিনিখন ৰাস্তাতে ৰৈ আছে। কাৰণ সোধাত কলে, যে আগত ৰাস্তা বেয়াকৈ খহিছে, বুলদজাৰ এখন ৰাস্তা খহি বহুতলত খৰস্ৰোতা অলকানন্দাত পৰি চিনচাব্‌ নোহোৱা হৈছে। হয়তো বা ভাঙি চিঙি টুকুৰা টুকুৰ হৈ ক'ৰবাত শিলত ঠেকা খাই লাগি আছে। চালকজনে জাপ্‌ মাৰি প্ৰাণ ৰক্ষা কৰিলে। আমাৰ গাড়ীও লাইনত ৰলহি, ওচৰতে যেনিবা এখন গাড়োৱালী চাহৰ দোকান আছে। তেতিয়া দিনৰ আঢ়ৈ মান বাজিছে। যাত্ৰীবোৰ নামিল। সকলোৱে সেই দোকানৰ গাড়োৱালী চাহ খালো। বঢ়িয়া চাহ, চচ্‌পেনত পানী উতলাব, তাতে যিমান কাপ চাহ সেই অনুযায়ী চেনি দিব আৰু দিব লিপটন চাহপাত! তাৰ পিছত চৌকাৰ পৰা নমাই এক গিলাচ চাহত আধা গিলাচ খাটি মঁহৰ গৰম গাখীৰ। তৃপ্তিৰে খাওঁক। লগত অনা বিস্কুট, দালমুট ইত্যাদিৰে সকলোৱে তৃপ্তিৰে চাহ খালোঁহক। নিজৰ নিজৰ গিলাচ-বাটি, দোকানীৰ পৰা পানী খুজি লৈ ধুই-পখালি আকৌ বেগত ভৰালো। এঘণ্টা মানৰ পিছত ৰাস্তা পাৰ হব পৰা কৰিলে। এইবাৰ যাত্ৰীসকলক ড্ৰাইভাৰে নামিবলৈ কব লগা নহল। ৰাস্তাৰ অৱস্থা দেখি নিজেই নামি খহনীয়া ডখৰ পাৰহৈ মটৰৰ নিমিত্তে অপেক্ষা কৰিলে। ড্ৰাইভাৰে আকৌ ভগবানৰ নাম লৈ চলাবলৈ আৰম্ভ কৰিলে। খহনীয়া ডখৰ পাৰ নহয় মানে যাত্ৰীৰ উৎকণ্ঠা। যেই খহনীয়া ডখৰ পাৰহৈ নিজৰ নিজৰ গাড়ী আহি পৰিল, তেতিয়া সকলোৰে মনত আনন্দ আৰু গাড়ী আহি পোৱাৰ লগে লগেই লাৰালৰি কৰি নিজৰ নিজৰ ঠাইত বহি পৰিল। গাড়ী চলিবলৈ

আৰম্ভ কৰিলে। এইবাৰ ৰাস্তাই বৰষুণৰ ফলত মাজে মাজে দেখিলেই ভয় লগা আকাৰ ধাৰণ কৰিছে। ড্ৰাইভাৰৰ অকনমান অসতৰ্কতাৰ ফল কি হব পাৰে ভাবিলে ভয় লাগে। একাষে তলেদি বেগবতী অলকানন্দা। এই বছৰত দুঠাইত দুখন বাচ যাত্ৰীৰে সৈতে অলকানন্দাত পৰি বদ্ৰীনাথ যাত্ৰাৰ সমাপ্তি ঘটাইছে। এনেকৈয়ে শঙ্কা আৰু আনন্দৰ মাজেৰে যোশীমঠ পালোহি।

যোশীমঠ আহি পাই শুনিলো, যে আগত পাহাৰ খহি বহুদূৰ ৰাস্তাৰ চিনচাব নোহোৱা কৰিছে। কৰ্ণপ্ৰয়াগলৈকেহে গাড়ী যাব পাৰিব। যিমানদূৰ পৰা যায় আগবঢ়াই ভাল বুলি আমিও আহি আছো। ঝৰণা, পাহাৰ, পৰ্বত, বন, উপবন আৰু গাড়োৱালী সৰু সৰু গাওঁ অতিক্ৰম কৰি আহি আছো। মাজে মাজে স্বামীজীসকলে ভজন লগাই ৰাস্তাৰ কথা পাহৰাই ভগবানক ভৰষা কৰিবলৈ মনত পেলাই দিয়ে। এনেকৈয়ে আহি আহি "গৌচৰত" গাড়ী ৰলহি। আধা-মাইল মান আগত ৰাস্তা বেয়া হৈছে, মেৰামতি কৰি আছে। তেতিয়া চাৰি মান বাজিছে। গাড়ীৰপৰা প্ৰায়বোৰ মানুহেই নামিল। সেইখন ঠাইত চাহৰ দোকান আৰু অন্যান্য বস্তুৰ দোকানো আছে। ৰাস্তাৰ ওচৰতে এটা ডাঙৰ ঝৰণা। এই ঝৰণাটো পাৰহৈ দোকান আৰু গাৱলৈ যোৱাৰ পথ। মানুহবিলাক নামি দিহিঙে দিপাঙে ফুৰিবলৈ গল। ময়ো অলপ নামি ইফাল সিফাল কৰি গাড়ীত বহি থাকিলো। সেইদিনা মই অলপ পাহাৰ বগোৱাৰ কাৰণে পৰিশ্ৰান্ত হৈছিলো। সৰস্বতীদেবীয়ে বেচ ফুৰি চাকি আহিলগৈ। পাতল মানুহ গৰাকী, বেচ স্ফুৰ্তি কৰি থাকে আৰু চট্‌ফটীয়া। তেওঁ গাড়ীত বহি বিস্কুট খাইছে, হঠাৎ দেখোন তাৰে কেইটামান বিস্কুট টোপোলা বান্ধিলৈ ঝৰণাটোৰ সিপাৰে থকা দোকান এখনত সোমাই দোকানৰ চাঙৰ তলৰপৰা মেকুৰী এটা উলিয়াই কোলাত লৈ তাক বিস্কুট খুৱাইছে, আৰু তাক মৰম কৰি ব্যতিব্যস্ত কৰি তুলিছে। এপাকত মাৰ্জাৰী প্ৰবৰে সুবিধা বুজি



মৰমক নেওচা দি কোলাৰপৰা ওলাই লৰ মাৰিলে আৰু তেখেতো গাড়ীলৈ গুচি আহিল। মোক আহি কলেহি, "বম্বেত থাকোতে মোৰ বহুত মেকুৰী আছিল। হৃষীকেশত এটাও নাই। মই মেকুৰী বৰ ভাল পাও, সেয়েহে মেকুৰী দেখি মই তাক মৰম কৰাৰ লোভ সামৰিব নোৱাৰি একোলা লৈ খুৱাই থৈ আহিলো।" মই কলো, "ইয়াতনো এটা নোপোহে কেলেই?" তেওঁ বোলে ইয়াত এটা কুকুৰ পুহিছে, কুকুৰটোৰ কাৰণেই মেকুৰী পুহিব নোৱাৰে। কুকুৰে মেকুৰী দেখিলেই খেদা মাৰে। তাৰ পিচত আকৌ এবাৰ তেওঁ দোকানত মেকুৰী দেখিলে, দেখিয়েই গাড়ীৰপৰা নামি ঝৰণাৰ শিলে শিলে পাৰহৈ মেকুৰী কোলাত লবলৈ গল। হায়, বাৎসল্য। তেতিয়া মোৰ এজনী ভনীলৈ মনত পৰিল। তাইৰো ঘৰত তিনিটা মেকুৰী আছে। সিহঁতৰ প্ৰত্যেকৰে নাম আছে, কিয়ে মৰম মেকুৰী কেইটালৈ। বাতিপুৱাৰ পৰা তাইৰ নিজৰ ল'ৰাছোৱালীৰ লগে লগে মেকুৰীৰ প্ৰতি থকা মৰম চেনেহৰ বহু নিদৰ্শন দেখা যায়। মেকুৰী কেইটা অলপ দেৰী নেদেখিলেই হুলস্থূল লগাই, ক'ৰবাট মটৰে চেপিলে বুলি। সিহঁতৰ বহাৰ, শোৱাৰ ৰেহৰূপ ল'ৰা-ছোৱালী কেইটাৰ লগত তুলনামূলক ভাবে ৰাখ্যা কৰে। ল'ৰা-ছোৱালী কেইটাৰো সিহঁতৰ প্ৰতি অত্যন্ত মৰম।

ঝৰণাটোলৈ চাই চাই গাড়ীত বহি বহু কথাই মনলৈ আহিছিল। এই মাদ্ৰাজী ভদ্ৰলোক কেইজন, সৰস্বতী দেবী আৰু আমি। লগ খাইছোহি বদ্ৰীনাথৰ পথত। অচিনাকী মানুহ, আজি এক উদ্দেশ্যে লৈ আহিছো বা কিয়? কোনে বাৰু এই প্ৰেৰণা দিলে। ঘৰৰপৰা হেজাৰ হেজাৰ মাইল দূৰৰ আত্মীয়-স্বজনহীন ঠাইত আজি আছোহি। মানুহৰ প্ৰবৃত্তিয়েই বোধকৰো গৈ থাকা, গৈ থাকা, চৰৈৱতী, চৰৈৱতী। ঝৰণাৰপৰা সকলোৱে ধুনীয়া ধুনীয়া শিলগুটি বুটলিছে, ৰাস্তাৰ স্মৃতি ঘৰলৈ নিবলৈ। গৈ পাওতেই লৰা-ছোৱালীয়ে হয়তো বা সুধিব, "আমালৈ কি আনিছা।" সিহঁতৰ হাতত নানা তৰহৰ

বস্তু তুলিদি নিজৰ মনত সন্তোষ লভিব। এক ঘণ্টামানৰ পাছত ৰাস্তা থিক হল, আমি সকলো গাড়ীত পুনৰ উঠিলো। গাড়ী লাহে লাহে আগুৱাই আহি আছে।

এইবাৰ গাড়ী কৰ্ণপ্ৰয়াগত ৰলহি। তেতিয়া সাৰে ছয়মান বাজিছে। গাড়ী আৰু আগবাঢ়িব নোৱাৰে, ৰাস্তা বেয়া। প্ৰায় ত্ৰিশ-পয়ত্ৰিশখন মান বাচ, ট্ৰাক, জীপ আৰু কাৰ গোটখাই আছে। গাড়ীবোৰ দেখিয়েই ৰাতি থকাৰ এটা যে ডাঙৰ সমস্যা উপস্থিত সেইটো সকলোৱেই উপলব্ধি কৰিছে। মতা মানুহ কেইজনে আশ্ৰয় বিচাৰি ওলাল। এন্ধাৰ ৰাতি। সকলো সম্ভৱপৰ আশ্ৰয়ৰ স্থান বিচাৰি ক'তো ৰাতি কটাবৰ নিমিত্তে ঠাই ঠিক কৰিব নোৱাৰি দেড় ঘণ্টা মানৰ মূৰত হতাশ মনেৰে গাড়ীৰ ওচৰলৈ আহি এখেতে মোক কলে, "ক'তো তিলাৰ্দ্ধও ঠাই নাই"। ধৰমশালা, হোটেল, ৰেষ্টুৰেন্ট, দোকান-পোহাৰ, পি-ডব্লিউডিৰ জিৰণি লোৱা ঘৰ ও বাৰান্দা, এচ.ডি.অ'ৰ অফিচ ও বাৰান্দা সকলোতেই মানুহ। আজি তিনি দিনৰপৰা মানুহ ইয়াত খপি আছেহি। আমি পিপলকোটিত লগ পোৱা শিখ পৰিয়ালটোকো ইয়াত আকৌ লগ পালো। কৰ্ণপ্ৰয়াগৰপৰা তিনি মাইল নিলগত পাহাৰ খহি এক ফাৰ্লং ৰাস্তাৰ অস্তিত্বই নাইকিয়া কৰিছে। কেতিয়া ৰাস্তা ঠিক হয় কোনেও একো কব নোৱাৰে। কি কৰো, মহা চিন্তাত পৰিলো। বৰ্তমান ৰাতি থাকিবৰ নিমিত্তে আশ্ৰয় এডোখৰ বিচাৰি উলিয়াব পৰাটোহে প্ৰধান সমস্যা হৈ পৰিল। আকৌ সকলোবোৰে আশ্ৰয় বিচাৰি গল। মই এখেতক কলো, "কাৰোবাৰ বাৰান্দা এডোখৰ পালেও হব"। ইপিনে দিনটোৰ আহাৰ ভাগৰ। আমাৰ লগৰ সৰস্বতী দেবীয়ে কলে, যে আমি মহিলা তিনি গৰাকীয়ে যদি কতো ঠাই নেপাওঁ, তেনেহলে এই বাচখনতে থাকিম। মই অৱশ্যে একো মতা নাই, কাৰণ বাচত শুবলৈ তিনি গৰাকীৰ নিমিত্তে কষ্ট হব। ইপিনে ড্ৰাইভাৰ আৰু হেণ্ডিমেনে গাড়ীখনৰপৰা সোনকালে মাল নমাই



অজৰাই দিবলৈ কৈ আছে। ঈশ্বৰক প্ৰাৰ্থনা কৰিছো, প্ৰভু তুমিয়েইহে জানা ক'ত ৰাতিটো কটাব লাগে। ইপিনে কিন্‌কিনীয়া বৰষুণ, বাহিৰত থকাৰো উপায় নাই।

অলপ সময়ৰ পাচত এখেতে আহি কলে, যে পি-ডব্লিউ-ডিৰ এচ-ডি-অ'ৰ ঘৰটোৰ এটা কোঠা অজৰাই দিবলৈ মান্তি হৈছে। কোনো ৰকম এখন খাট সোমাব ; কোঠাটোত মাল আছে। মোৰ এনেকুৱা অৱস্থা হৈছে যে এটুকুৰা ঠাই পোৱা শুনি লৰালৰিকৈ গাড়ীৰ পৰা মাল নমোৱাত লাগিলো। অন্যৰ কথা ভাবিবলৈ আৰু প্ৰবৃত্তি নাই। পৰি থাওক পৰোপকাৰ, শ্ৰান্ত মনে মাত্ৰ বিচাৰিছে ৰাতিৰ কাৰণে এটুকুৰা আশ্ৰয়। সৰস্বতী দেবীহঁতৰ কথা ভাবিবলৈ উপায় নাই। দুই তিনি ঘণ্টাৰ মূৰত এডোখৰ আশ্ৰয়। ড্ৰাইভাৰে গাড়ী এৰি দিবলৈ তাগিদাৰ উপৰি তাগিদা দিছে। হয়োতো, সিহঁতৰ দিনটো পাহাৰী ৰাস্তাত গাড়ী চলাই ভাগৰ লগাতো স্বাভাৱিক। সিহঁতে গাড়ীতে শুব। সৰস্বতী দেবীয়ো গাড়ীতে যেনে তেনে শুব সেইটো মোৰ বিশ্বাস। মানুহ গৰাকীৰ বহু অভিজ্ঞতা আছে। মই এই দুদিনৰ সহযাত্ৰাতে গম পাইছো, তেখেতে সকলো ঠিক কৰি লব। অলপ পাচত মাদ্ৰাজী মানুহ কেইজনেও বিছনা-পত্ৰ নিবৰ কাৰণে আহিল। তেখেত সকলে হোটেলৰ বাৰাণ্ডা এখন ঠিক কৰিছে।

গধূলা ভালেখিনি হল, এন্ধাৰ ৰাতি, তাতে কিন্‌কিনীয়া বৰষুণ। কামলা পাবলৈ নাই। যাহওক এগুনত দুগুণ পয়ছাদি কামলা এটা যোগাৰ কৰা হল। তেতিয়া 'ন'মান বাজিছে। কামলাটোৰ পিঠিত বিছনা, বেগ। অন্য সৰু সৰু বস্তু আমি হাতে হাতে লৈ এচ্-ডি-অ'ৰ ঘৰৰ অভিমুখে ওপৰলৈ উঠিবলৈ চিৰি বগাইছো। এনেতে দেখিলো টৰ্চ্ছ লাইট হাতত লৈ বিশ একৈশ বছৰীয়া গাড়োৱালী ডেকা ল'ৰা এটা নামি আহিছে। আমাৰ ওচৰ পোৱাত বৈ, মোৰ হাতৰ পৰা বেগটো লবৰ নিমিত্তে হাত আগবঢ়ালে। "দিজীয়ে বহীনজী

ম্যাইটো আপ্ কী সেৱা মে হু।” সি আগে আগে টৰ্চ্চ দেখুৱাই লৈ গৈছে আৰু এখেতক কৈছে “আপোনালোকে যদি ঘিণ নকৰে মোৰ ঘৰটোতে থাকক। ঘৰটো সৰু যদিও বেচ পৰিস্কাৰ কৰি ৰাখিছো। মোৰ বিশ্বাস আপোনালোকে বেয়া নেপাব। ইমান বিপদত আপুনি এচ-ডি-অ'ক ৰাতি শুবৰ নিমিত্তে কোঠা এটা দিবলৈ কিমান কব লগা হল। তেওঁ নিজেই আগ্ৰহেৰে দিয়াটো উচিত আছিল।” সি কবলৈ লাগিল, “এচ্-ডি-অ'ৰ কোঠাটোত শুলে খোৱা বোৱা ইত্যাদি বহু অসুবিধা পাব। তাতকৈ মোৰ ঘৰলৈকে লৈ যাও।” কেইদিন কৰ্ণপ্ৰয়াগত থাকিব লাগে ঠিক নাই। ল'ৰাটোৰ অযাচিত আচৰণত তাৰ হৃদয় যে কিমান মহান উপলব্ধি কৰিলো।

মই অবাক হৈ এখেতক সুধিলো, “এই ল'ৰাটোনো কোন? অসমৰপৰা হাজাৰ মাইল দূৰৰ এই কৰ্ণপ্ৰয়াগত পৰিচয়হীন আমাক কোনে এনে আত্মীয়তাৰ মহানুভবতা দেখুৱালে।” এখেতে কলে, “এই ল'ৰাটো পি-ডব্-লিউ-ডিৰ বঙলাৰ চকিদাৰ।” ল'ৰাটোৰ ঘৰলৈকে মালপত্ৰ নিবলৈ কলো। বিছনা পত্ৰ সুমুৱাই ল'ৰাটোৱে কলে, “আজি কষ্টে মষ্টে ইয়াতে পৰি থাওক।” আমিতো কষ্টৰ কথা ভবা দূৰৰ কথা, সেই মুহূৰ্তত কোঠাটো আমাৰ মনত এটা মহা-মূল্যবান আশ্ৰয়স্থল হৈ পৰিল। নোপোৱা বস্তু পালে যিটো হয় তাতোকৈ বেচি সন্তোষ পালো।

চকিদাৰক আমাৰ এখেতে “তুমি ক'ত শুবা” বুলি সুধিলে। সি কলে, “মোৰ হব বাৰু।” এই বুলি কৈ সি ব্যস্তহৈ পৰিল বিছনা-পাতি ঠিক কৰাত। এইখন খাটিয়াই হব নে নহয়। খাটিয়াখনৰ এটা মূৰত কেইদালমান ৰচি চিঙি আছিল। আমাৰ এই সময়ত এনেবোৰ খুটি-নাটিলৈ চকু দিয়াৰ অৱস্থা নাছিল। আশ্ৰয় এডোখৰ পাইছো এয়েই যথেষ্ট। সি কিন্তু আৰু এখন ভাল খাটিয়া সুমুৱাই দিলেহি। ল'ৰাটোৰ সেইদিনা একেবাৰে আজৰি নাই, কৰ্তব্যই তাক হেঁচামাৰি ধৰিছে। বঙলাত ওপৰৱালা চাহাব আছেহি।



এনেতে কোনোবাই মতাত সি লৰ মাৰিলে। যাবৰ সময়ত কৈ গল, “বহীনজী আপনা ঘৰ সমঝকে ৰহিয়ে। ম্যায় আপ্ কো কুচ্ কৰদেনে নহী সকা।” তেতিয়া ৰাতি দহ বাজিবৰ হল। আমি বিছনা-পত্ৰ ঠিক-ঠাক কৰি ললো। ল'ৰাটোৱে আনি ৰখা পানী বাল্টিৰে মুখ-হাত ধুই বিছনাত বহি ভাবিছো, এতিয়ানো খোৱাৰ কি কৰিব পাৰি। ৰাতিও হল, ভাগৰো লাগিছে। বদ্ৰীনাথত কৰি অনা খিচিৰী অলপ আছিল তাকেই খাই ক্ষুধা নিবাৰণ কৰিলো। বদ্ৰীনাথত খাবলৈ নোপোৱাত ভগবানে কি সহায় কৰিছিল এতিয়া বুজিলো। বৰ ভাগৰ লাগিছিল, বিছনাত পৰাৰ লগে লগেই টোপনি আহিল।

কৰ্ণপ্ৰয়াগত বৰ মহ্, আঠুৱা লগত থকাৰ কাৰণে যেনিবা মহ্ৰ কামোৰ খাব লগা নহল। পিছদিনা ৰাতিপুৱা সাতমান বজাত সাৰ পায় ক'ত আছো ক'লৈ আহিছো এনেবিলাক ভাব মনলৈ আহিল। ঘৰৰ ল'ৰা-ছোৱালী, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোৰে পৰা হেজাৰ হেজাৰ মাইল দূৰৰ কৰ্ণপ্ৰয়াগৰ পি-ডবলিউ-ডিৰ বঙলাৰ চকিদাৰৰ কোঠাত। উঠিবলৈ এলাহ লাগিছে, আগদিনাৰ ক্লান্তিকৰ ভ্ৰমণৰ ক্লান্তি যেন যোৱাই নাই। বিছনাতে শুই কোঠাটোত এবাৰ চকু ফুৰালো। মূৰ শিতানৰ ফালে এটা কোণত পেকিং বাকচ এটাৰ ওপৰত খবৰ কাগজ পাৰি ভগবান কৃষ্ণৰ ছবি এখন, তাতে ধূপ, ধূনা ফলআদি দিয়াৰ চিন। এটা কোণত এখন মেজ, তাতে স্কুলীয়া ল'ৰাৰ কিতাপ-পত্ৰ, কলম, চিয়াহী, ইত্যাদি। বচি এদালত কাপোৰ-কানি। এখন কাঠৰ শেল্ফত সুন্দৰকৈ থোৱা আছে চক্চকীয়া বাচন বৰ্তন। দুখন চকী, এটা চাউলৰ টিন, বজাৰ কৰা মোনা, ইত্যাদি। কোঠাটো পৰিপাটি। নাই, উঠিব লাগিল। বিছনাৰ পৰা উঠিলো। উঠিয়েই তাৰ সৰু পাক ঘৰটোলৈ গলো। দেখো যে সেইটোও বেচ পৰিষ্কাৰ পৰিচ্ছন্ন। খৰি থোৱা চাঙত খৰি, তাৰে কেইদাল মান চৌকাৰ ওপৰত ৰাখি গৈছে শুকাই থাকিবৰ কাৰণে। চৌকাৰ ওচৰতে

অকমান দীঘলীয়াকৈ মাটিৰ ভেটি এটাৰ ওপৰত মিঠা তেলৰ বটল, নিমখৰ বটল, মছলাৰ বটল, ইত্যাদি। আনপিনে বাচন ধোৱা পকা ঠাই এডোখৰ, বাহিৰলৈ পানী যোৱা নলা। ওচৰতে ধুই থোৱা কেৰাহী, বতুৱা, হেটা, থাল, বাটি সকলো পৰিস্কাৰ পৰিচ্ছন্ন কৰি থৈছে। মই চৌকাৰ ওপৰত শুকাই থকা খৰি কেইদালেৰে জুইকুৰা ধৰি তাৰ কেট্‌লীটোতে চাহৰ কাৰণে পানী অলপ তুলি দি বহিছো। —ভগবানে যদি এইকণ আশ্ৰয় নিদিলেহেঁতেন, তেনেহলে ক'ত বা কিমান অসুবিধাত কেনেকৈ ৰাতিটো কটাব লাগিলহেঁতেন! অসীম কৃপা প্ৰভু তোমাৰ। তাৰ পাচতেই চকিদাৰ ল'ৰাটোৰ কথা মনলৈ আহিল, সি বেচেৰা কিমান বুজন আৰু মৰমীয়াল। এচ-ডি-অ'ৰ ঘৰটোত তিনিটা কোঠা আছিল, এখেতে ক'তো ঠাই নেপায় তেওঁৰ ওচৰত ৰাতিটো কটাবৰ নিমিত্তে ঠাই অলপ বিচাৰিছিল। তেওঁ নানান ওজৰ আপত্তি কৰি অনিচ্ছাসত্ত্বে এটা সৰু কোঠা দিবলৈ মান্তি হৈছিল। কিন্তু চকিদাৰ ল'ৰাটোৱে আমাৰ বিপদ উপলব্ধি কৰি উপযাচি আহি তাৰ ঘৰত থাকিবলৈ দিয়াই নহয়, আমাৰ সুখ স্বাচ্ছ্যন্দৰ প্ৰতিও তাৰ চকু। পদবীৰ ডাঙৰ সকৰে মানুহৰ মনৰ ডাঙৰ সৰু নুবুজায়। এই ল'ৰাটোৱে নিজৰ সকলো সুখ এৰি দি কৰবাত হয়টো ৰাতিটো কাৰবাৰ লগত অসুবিধাত কটাইছেগৈ। ইফালে এছ, ডি, অ'ই কোঠা এটা এৰি দিয়া হলে হয়তো সামান্য অসুবিধা তেওঁৰ হল হয়! —এনেতে ল'ৰাটো আহি ওলালহিয়েই। ধুনীয়া বগাকৈ গাড়োৱালী ল'ৰাটো। নাম সোধাত, ৰণজিৎ বুলি কলে। তাক দেখিয়েই মোৰ মনটো ভাল লাগি গল। তাক বহিবলৈ কৈ মই চাহ কৰিলো আৰু এখেতক তাক কবলৈ বুলি কলো যাতে সি চাহ নোখোৱাকৈ নেযায়। চাহ তিনি গিলাচ কৰি আমি শোৱা কোঠালৈ আহিলো। লগত অনা বিস্কুট, মাখন, দালমুট আৰু এপোলেৰে সৈতে আমি একেলগে বহি চাহ খাই তাৰ লগত কথা বতৰা পাতিলো।



শ্ৰীৰণজিৎৰ ঘৰ কৰ্ণপ্ৰয়াগৰ পৰা বাৰ মাইল মান দূৰৰ গাওঁ এখনত। সি মেট্ৰিক পাচ। ঘৰত মাক, বাপেক আৰু দুটা ভায়েক। তাৰে এটা ভায়েকক সি আনি লগত ৰাখি পঢ়াইছে, দশম শ্ৰেণীত। ভায়েক দুটাক সিয়েই খুটি খাব পৰা কৰি দিয়াৰ ইচ্ছা। দেউতাকে খেতি কৰি কোনো ৰকম ঘৰ সংসাৰখন চলাই। তেওঁৰ ল'ৰা পঢ়াবলৈ সামৰ্থ নাই। তাৰো এইটো চাকৰিত থাকিলে নচলিব বুলি কলে। অন্যফালে ইয়াতকৈ ভাল চাকৰিৰ নিমিত্তে চেষ্টা কৰিছে। "ভগবানৰ কৃপা হলে পাব লাগে।" মই সুধিলো, "তোমাক ওপৰৱালা চাহাবে কেনে পায়।" তাক খুউব ভাল পায় বুলি কলে। ইঞ্জিনীয়াৰে হেনো তাৰ নতুন কাম এটাৰ নিমিত্তে চেষ্টা কৰিছে। ভাল নেপাবই বা কিয়? ল'ৰাটো ইমান কৰ্তব্যপৰায়ণ। সাধাৰণতে আজিকালিৰ ল'ৰা এনে নহয়। তাৰ কথাৰ পৰা সি যে এটা সাধু প্ৰকৃতিৰ ল'ৰা গম পালো।

চাহ খাই, ৰণজিৎকলৈ এখেত তলত থকা বজাৰলৈ গল। দাইল, চাউল আৰু শাক তৰকাৰী কিবা পায় যদি আনিবলৈ। ময়ো চাহৰ বাচন কেইটা ধুই, বিছনা-পত্ৰ ঠিকঠাক কৰি খুটি-নাতি কামত লাগিলো। এনেতে দেখিলো ৰণজিৎ বজাৰৰ পৰা আহি পালেহিয়েই। মোনাৰ পৰা বস্তুখিনি উলিয়াই দিলে—বাসমতি চাউল, মচুৰ দাইল আৰু কেইটামান ভেণ্ডি। বস্তুখিনি চম্‌জাই দিয়েই সি তাৰ কামত যাবলৈ ওলাল। মই তাক কলো, "আজি তুমি কিন্তু তোমাৰ বাইদেৱেৰাৰ হাতে খাব লাগিব। মই তোমালৈকো ভাত ৰান্ধিম।" সি গলগৈ। অলপ পিচতেই এখেতো আহি পালেহি। মই গা ধোৱাৰ কথা চিন্তা কৰি আছিলো। এখেতক কলো, এতিয়ালৈকে আশাতীত সুবিধা পাইছো। পিচে, গা আৰু কাপোৰ-কানি ধোৱাৰ সমস্যাটো কেনেকৈ সমাধান কৰা যায় তাৰেই উপায় দেখা নাই। তেখেতে কলে, "সকলো সুবিধাই আছে, একফাৰ্লং ওপৰত পৰ্বতীয়া জুৰি এটি আছে। জুৰিটিত ডাঙৰ

ডাঙৰ শিলেৰে কাপোৰ ধুবৰ কাৰণে সুন্দৰ হৈ আছে। ইচ্ছা অনুযায়ী কাপোৰ আৰু গা ধুব পাৰিবা। মাত্ৰ বাল্টি আৰু মগ এটা নিব লাগিব।" মই মনে মনে বৰ ৰং পালো। পৰ্বতীয়া ঝৰণাত গা ধুবলৈ পোৱাৰ আশাত।

আমাৰ লগৰ মাদ্ৰাজী ভদ্ৰলোক কেইজনে পিছদিনালৈ এটা হোটেলৰ সৰু কোঠা পালে। সৰস্বতী দেৱী আৰু তেওঁৰ বায়েক আৰু লগত অহা মতা মানুহজন কেনেকৈ থাকিল একো নজনাত খবৰ কৰিবলৈ গলো। মোৰ অৱশ্যে দৃঢ় বিশ্বাস আছিল সৰস্বতী দেৱীয়ে কেতিয়াও গাড়ীৰ পৰা নেযায়, তেওঁ গাড়ীতে শুব। মোক আগতে কৈছিলো, বাহিৰত থাকিবলৈ ঠাই নেপালে গাড়ীতে থকাৰ কথা। তেওঁলোকক তেনেকৈ এৰি আহিব লগীয়া হোৱাত আমাৰো বৰ বেয়া লাগিছিল, কিন্তু কোনো উপায় নাছিল। সকলোবোৰেই ইমান পৰিশ্ৰান্ত হৈছিল, যে যেয়ে য'তে সুবিধা পাইছিল সোমাই পৰিছিল। যাহওক, আমাৰ বাচ ৰখা ঠাইলৈ গৈ দেখিলো, সৰস্বতী দেৱীয়ে গাড়ীত বহি লগত অনা দালমুট ও নিম্‌কি চোবাই আছে আৰু বায়েকে ওচৰতে ভাজি থকা পাকুৰা দোকানৰ পৰা আনি খাইছে, লগতে গিলাচত গৰম কফি। কফিৰ টিন লগত লৈ আহিছে। ওপৰৰ পৰা নামি অহা জুৰিটোতে তেওঁবিলাকে গা-ধুই ওচৰতে কাপোৰ মেলি থৈ খাবলৈ লৈছে। শকত মহিলা গৰাকীয়ে মোক দেখা মাত্ৰেই হিন্দীতে বকিবলৈ আৰম্ভ কৰিলে, "আমাক এৰি থৈ গুচি গলা, আমাৰ খবৰ নকৰিলা, এনেকুৱা মানুহ ক'তো দেখা নাই" ইত্যাদি। মই হতবাক হলো, তেওঁ যে মোক তেনেকৈ ক'ব ভবাই নাছিলো। মই কি উত্তৰ দিম! তথাপিও কলো, "আপুনি যেনেকুৱা তীৰ্থযাত্ৰী আমিও, এখেতে আপোনালোকৰ লগৰ মাদ্ৰাজী ভদ্ৰলোক কেইজনৰ সৈতে অশেষ চেষ্টা কৰিও ক'তো থাকিবলৈ ঠাই যোগাৰ কৰিব নোৱাৰিলে, সেইটো আপুনি জানে। তাৰ পিচত যাক যেনেকৈ ভগবানে মিলালে তেনেকৈয়ে থাকিলো। আপোনা-



লোকৰ নিমিত্তে ঘৰ যোগাৰ কৰি দিবলৈ এখেতে যথেষ্ট পৰিশ্ৰম কৰিছিল, তথাপিও আপুনি এনেকৈহে ভাবিলে। ভগবানে আপোনালোক শুবৰ কাৰণে গাড়ীখনটো দিয়ালে। আপুনি মিছা-মিছি খং কৰি কিয় নিজৰ অশান্তি নিজেই চপাই আনিছে।" সৰস্বতী দেৱীয়ে শুনি আছিল, তেওঁ বায়েকক তেওঁৰ ভাষাত খুব ধমকি দি মুখখন বন্ধ কৰালে। মোলৈ চায় তেওঁ কলে, "আপোনাক তেনেকৈ কোৱাত মই বৰ বেয়া পাইছো। তেওঁ বুঢ়া মানুহ, মগজৰ ঠিক নাই, আপুনি তেওঁৰ কথাত যেন বেয়া নাপায়। তেওঁৰ একেটা ল'ৰা, তাৰ লগতো কাজিয়া, সি বিয়া কৰোৱা নাই। মাকৰ পৰা আতৰি গৈ বেলেগে আছে। ছোৱালী তিনিজনী, তাৰে দুজনী বিয়া দিলে বাপেক থাকোতেই, এজনীৰ বিয়া নহল, অফিচত কাম কৰে। বম্বেৰ পৰা লগত অনা মানুহ জনৰ লগতো হৃষীকেশত দুৰ্বাদল কাজিয়া কৰিলে, সেয়েহে মই লগত আহিব লগা হল। মোৰ বদ্ৰীনাথৰ দৰ্শন এইবাৰৰ সৈতে তিনিবাৰ হল, কেদাৰলৈ দুবাৰ গৈছো," ইত্যাদি অনেক কথাই কলে। সৰস্বতী দেৱী মানস সৰোবৰ, কৈলাশ আৰু অমৰনাথলৈও গৈছে। মানুহ গৰাকী শিক্ষিতা। মোৰ অৱশ্যে বকনি শুনি বেয়া লগা নাছিল। ভাবিলো, কত ধৰণৰ মানুহ যে নাই। মানুহ গৰাকীক মই গোটেই ৰাস্তা ওজৰ আপত্তি কৰাকে শুনিলো। মাজে মাজে তেওঁৰ জ্বৰ উঠা বুলি কয়। মোৰ বোধেৰে তেওঁ ফুৰাৰ আনন্দ নেপালেই। লগৰ মাদ্ৰাজী ভদ্ৰলোক কেইজনেও তেওঁলোকক এৰি ফুৰা দেখিলো।

মই ঘৰলৈ আহি দেখোঁ যে এখেতে গা-ধুবৰ নিমিত্তে যাবলৈ সাজু হৈ আছে। ময়ো মানুহ গৰাকীৰ কথা কৈ, গা-ধুবলৈ কাপোৰ বাল্টি, চাবোন, ইত্যাদি লৈ ওলালো। এক ফাৰ্লংমান গৈয়েই ঝৰণা পালো। শিলে, শিলে ঝৰ্‌ঝৰ্‌কৈ বাগৰি অহা পানীখিনি দেখি মোৰ মন আনন্দত উত্ৰাৱল হল। ওপৰত সৰল গছ-গছনিৰে ভৰা পাহাৰ, মনোমোহা প্ৰাকৃতিক সৌন্দৰ্য্য। ওপৰৰ পৰা একা বেকা

সৰু ৰাস্তা এটাই জুৰিটো পাৰহৈ কৰ্ণপ্ৰয়াগ ওলাইছে। এইটোৰেই ওপৰৰ গাওঁৰ অহা যোৱা কৰা বাট কৰ্ণপ্ৰয়াগলৈ। দুই এজন মানুহে গাখীৰ বেচিবলৈ লৈ আহিছে। ময়ো সময় নষ্ট নকৰি ডাঙৰ শিল এটা চাই কাপোৰ-কানি অলপ ধুই ললো। কিন্‌কিনীয়া বৰষুণ লাগিয়েই আছিল, তেতিয়া মাথোন বৰষুণ এৰিছে। বাল্‌টিত পানী ভৰাই লৈ গা-ধুলো। গা-ধুই বৰ ভাল লাগিল। শৰীৰৰ পৰা সকলো ক্লান্তি উপশম হল। ঘৰলৈ আহি কাপোৰ-কানি শুকাবলৈ দি পাকঘৰত সোমাই জুইকুৰা ধৰিলো আৰু চচ্‌পেনত পানী তুলি দিলো দাইল বহাবলৈ। ৰান্ধিবলৈ বিশেষ একো নাই। দাইল, ভেন্দি ভাজি আৰু ভাত। আগৰদিনা খিচিৰী আৰু সিজোৱা খাই আজি ভেন্দি ভাজি কৰিবলৈ পায় ভাল লাগিল। ভাত হ'ল। ৰণজিৎ তেতিয়াও আহি নেপালেহি। তাৰ কিমান দেৰী হব পাৰে একো ঠিক নাই। আমালোকে খাবৰ নিমিত্তে বাঢ়ি লৈ, তাৰ কাৰণে ভালকৈ ঢাকি-ঢুকি চৌকাৰ ওপৰতে থৈ দিলো। অলপ ৰুচি বদলি হোৱাত ভাত কেইটা তৃপ্তিৰে খালোহঁক। ভাত পানী খাই বিছনাত বাগৰ দিলো। এক ঘণ্টা মানৰ পিচত ৰণজিৎ আহি ভাত পানী খাই বাচন-বৰ্তন ধুই আমাক খবৰ দিলেহি, যে ৰাস্তা কেতিয়া গাড়ী যাব পৰা হব কোনেও কব নোৱাৰে। গতিকে নিচিন্ত মনেৰে আবেলিলৈকে শুলো। শুই উঠি, চাহ খাই, কেনেকৈ ওলাব পৰা যায় তাৰেই কথা পাতি আছো, এনেতে মাদ্ৰাজী বুঢ়ী গৰাকী লগত অনা মানুহজনৰ সৈতে আহি ওলালহি। তেওঁক বহিবলৈ দি লগৰ সকলোৱে খবৰ ললো। চাহ আৰু বিস্কুটৰ বাহিৰে খাবলৈ দিবৰ একো নাছিল, তাকেই দিলো। মানুহজনে, বুঢ়ী কিমান কাজিয়া কৰা মানুহ তাকে কৈ বেয়া পাবলৈ মানা কৰি গল। আমাৰো আবেলিৰ আমনি লগা সময়খিনি পাৰ হল। গধূলা ভাত ৰান্ধি ৰণজিৎলৈ চৌকাতে থৈ আমি খাই বৈ শুলো। ৰণজিৎ কেতিয়া আহি খালে একো নেজানিলো।



পিছদিনা পুৱা আমাৰ দলৰ ভদ্ৰলোক এজনে আহি খবৰ দিলেহি, "গাড়ীৰ মালিক খবৰ কৰিবৰ নিমিত্তে আহিছে। তেওঁ ছিগা ডখৰৰ সিপাৰে মিনিবাচ এখন এৰি, পাহাৰ বগাই আমালোকক লগ ধৰি সোনকালেই যাত্ৰা কৰিবলৈ কৈছে। এইখন মিনি বাচ এই ফালেই থাকিব।" ৰাস্তা কেতিয়া বাচ চলিব পৰা হয় কোনেও কব নোৱাৰে। মানুহজনে আমাক আঠ বজাত ওলাই গাড়ীৰ ওচৰলৈ আহিবলৈ কৈ গল। বিছনা-পত্ৰ বান্ধি আমি তৈয়াৰ হলো, ৰণজিতে আমাক গাড়ীৰ ওচৰত বিদায় দি থৈ গলহি আৰু যাবৰ সময়ত কৈ গল সি দৰ্খাস্ত দিয়া মেলেৰীয়া ইন্সপেক্টৰৰ কামটো পাইছে। ছমাহ ডেৰাডুনত প্ৰশিক্ষণ লব লাগিব। খবৰটো শুনি আমি বৰ ভাল পালো আৰু তাক অন্তৰৰ শুভ কামনা জনাই তাৰপৰা বিদায় ললো। আপোন যেন লগা ল'ৰাটোৰ কথা গোটেই ৰাস্তাতে মনত পৰি আছিল।

আমি সকলোবোৰ মিনি বাচত উঠিলোহঁক। কৰ্ণপ্ৰয়াগ এৰি তিনি মাইল অহাৰ পাচত গাড়ী ৰলহি আৰু আগবাঢ়িব নোৱাৰি। প্ৰথমে দেখিলো, ৰাস্তাৰ ওপৰতে ঝৰ্‌ঝৰ্‌কৈ ওপৰৰপৰা পানী পৰি ঝৰণাৰ সৃষ্টি কৰিছে আৰু শুনিলো সেই ঠাইৰপৰা এক ফাৰ্লংমান আতৰত পাহাৰৰ বহু অংশ খহি ৰাস্তাৰ চিনমকাম নাইকিয়া কৰিলে। এইখিনিৰপৰা বাওঁফালে থকা পাহাৰটোৰেদি বগাই সাত-আঠশ ফুটমান ওপৰলৈ উঠি দুমাইলমান উঠা-নমা কৰি গলেহে সিফালে বৈ থকা গাড়ী পাব। মই বাট-পথ নোহোৱা পাহাৰটো দেখি বহি পৰিলো, মোৰ দ্বাৰাই এনে কাম হব নোৱাৰে বুলি ভাবি। ইপিনে আমাৰ লগৰ মাদ্ৰাজী কেইজনে মুটিয়াৰ পিঠিত মাল দি যাবলৈ আৰম্ভ কৰিয়েই দিলে। বাচৰ মালিকো আহি পালেহি। মোৰ এনে হতাশ ভাব দেখি ওচৰলৈ আহি মোক কবলৈ ধৰিলে,— "আপুনি উঠিব নোৱাৰিম বুলি অকনো নেভাবিব। আপোনাতকৈ কিমান শকত আৰু বেমাৰী মানুহ পাৰ হৈ গৈছে। জয় বদ্ৰীবিশালৰ

নাম লৈ লাহে লাহে উঠি যাওক, পাৰিব।" তেওঁৰ উৎসাহে মোৰ মনলৈ কিছু বল আনিলে। তেওঁ জয় বদ্রীবিশালৰ জয় ধ্বনিৰে আমাৰ লগতে কিছুদূৰ আহি আগবঢ়াই দিলে। এজন স্বামীজীৰ বাহিৰে বাকী সহযাত্রী সকল বহুদূৰ আগুৱাই গল। মাদ্রাজী দলটোৰ এজন শকত মানুহে বেচিকৈ উঠিব পৰা নাই। গাড়োৱালী মুটিয়া কেইটাই মাল লৈ অনায়াসে উঠি গৈছে, যেন সমান ৰাস্তাতহে খোজ কাঢ়িছে। মোৰ হাতত লাঠি নথকাত ছাটিটোৰে লাঠিৰ কাম কৰিছো। কিছুদূৰ গৈ, স্বামীজীৰ লাঠি দাল এখেতক দিলে। মানুহ অহা যোৱা কৰি যি চিন ৰাখি থৈ গৈছে তাকেই অনুসৰণ কৰি লাহে লাহে উঠিছো। মাজে মাজে বৈ থকা ঝৰণা, খুব সৰ্তকতাৰে পাৰ হব লাগে। কোনো ঠাইত ডাঙৰ শিলৰ কিনাৰেৰে একাটিহে পাৰ হৈছো। ভৰি যদি ঠিকমতে নপৰে তেনেহলে বহু তলত পৰি চিন্-চাব নোহোৱা হব। অতি সাৱধানতা অৱলম্বন কৰি জিৰাই, জিৰাই গৈ আছো। এখেতৰ হাতত সৰু টোপোলা কেবাটাও হোৱাত, তাৰে দুটা টোপোলা স্বামীজীজনে লৈ ডাঙৰ সহায় কৰিলে। এনেকৈয়ে এক ঘণ্টা মান পাহাৰ বগোৱাৰ পিচত অলপ সমান ঠাইত ওলালোহি আৰু তিনি ফুট মান বহলৰ এটা পুৰণা ৰাস্তা পালো। তাৰ পৰা তলৰ মটৰ যোৱা ৰাস্তালৈ চাই দেখো, যে দেৰ ফাৰ্লং মান ৰাস্তাৰ কোনো চিন্ চাব নাই। সমান ৰাস্তাৰে আধা মাইল মান অহাৰ পিচত নমা ৰাস্তা আৰম্ভ হল। তেতিয়াহে মোৰ পাৰ পালো যেন লাগিল। বদ্রীনাৰায়ণ প্রভুৱে অনালে। আহি আহি ধাননি পথাৰ এখনত ওলালোহি। তাৰ পিচত সেউজীয়া ধাননি পথাৰৰ মাজৰ অকোৱা পকোৱা আলিয়েদি আহিব ধৰিলো। আগত সৰু গাওঁ এখন দেখি, তেওঁলোকক সুধি ৰাস্তাৰ দিশ ঠিক কৰি ললো। কিছুদূৰ আহি মটৰৰ ৰাস্তা দেখিলো। গন্তব্য স্থান পালোহি বুলি মনত ৰং লাগিল। কিন্তু ৰাস্তাত নামি দেখো, যে ডাঙৰ বাচ কেইখনমানহে বৈ আছে, মিনি বাচ নাই। মই



বহি পৰিলো, বৰ ভাগৰ লাগিছিল। পানীৰ বটলৰ পৰা পানী খাই, বৈ থকা বাচ এখনতে উঠি শুই পৰিলো। প্রায় এক ঘণ্টা মান কটোৱাৰ পাচত আমাৰ মিনি বাচ আহিল। আমি সকলোৱে লৰালৰিকৈ গাড়ীত উঠিলো। মুটিয়াবোৰে সুবিধা বুজি একোটা বোজাত চাৰি টকা কৰি ললে। যাৰ যি প্রাপ্য সিহঁতক দি বিদায় দিয়া হল। ড্রাইভাৰেও হৰ্ণ দি গাড়ী চলাবলৈ ধৰিলে। আমিও ভগবানৰ উদ্দেশ্যে যাত্রাৰ সুমঙ্গল কামনা কৰি প্রণাম জনালো।

এতিয়া আমি ফিৰাৰ পথত। সকলোৰে মনত আনন্দৰ ভাব ফুটি উঠিছে। ইমান দেৰী উৎকণ্ঠা আৰু সন্দেহৰ মাজেৰে আহিব লগীয়া হোৱাই নিজৰ শৰীৰ আৰু ভৰিৰ তলৰ পথৰ বাহিৰে ইফালে সিফালে কেনিও চোৱাৰ অৱকাশ নাছিল। আহিব পৰা নোৱাৰালৈকে সন্দেহ, ৰাস্তা কেতিয়া পাওঁ ইয়াৰ উৎকণ্ঠা। এইবোৰ ভাৱে মনত সকলো সময়তেই তোলপাৰ লগাই আছিল। মটৰত বহি আৰু হৃষীকেষ পোৱাৰ আশা হোৱাত, ইফালে সিফালে চাবলৈ ধৰিলো আৰু মাজে মাজে এখেতকো দেখুৱাই প্রকৃতিৰ দৃশ্য উপভোগ কৰি আহিব ধৰিলো। মাজে মাজে শিলৰ ওপৰেদি কোবত একা বেকা জুৰি শৈল শিখৰৰ মাজেদি বৈ অহা দেখিলে মনত এনে হয়, যেন অলপ পৰ বৈ সৌন্দৰ্য্য উপভোগ কৰো। কিন্তু উপায় ক'ত। কেইবাজনো মানুহ, মনো কেইবাটাও, সকলোৰে ভাব বেলেগ বেলেগ, গতিকে চকামকাকৈ চলন্ত মটৰৰ পৰা যি দেখিছো আৰু যিমানকণেই উপভোগ কৰিছো সেই কণকে স্মৃতিপটত লৈ আহি আছো। মাজে মাজে হঠাতে চিঞৰি উঠো "এই পিনে চাওক, এইপিনে চাওক।" বুলি ওচৰতে এখেতক পাই ঠেলামাৰি কও আৰু তেখেতেৰো কেতিয়াবা মোক চাবলৈ কয়। ইমানেই মাত্র। চাবলৈ গাড়ী ক'ত ৰ'ব? বহু ক্ষেত্রত কোৱাই মাত্র সাৰ, 'এহ আপুনি নেদেখিলেই'। এনেকৈয়ে যিমানখিনি ভাল ৰাস্তা পোৱা গৈছিল আহি আছো। গাড়ী পাৰ কৰাৰ শঙ্কা দেখিলেই ড্রাইভাৰে গাড়ী ৰাখে।

যাত্ৰী সকলোবোৰ নামে আৰু ভয়াবহ খহনীয়া ডোখৰ পাৰ কৰে। কেইবা ঠাইতো এনেকৈ বাচৰ পৰা যাত্ৰী উঠা নমা কৰিব লগা হৈছিল। এই কেইদিনৰ ধাৰাষাৰ বৰষুণত বহু ঠাইত পাহাৰ খহি পৰাত নলা বন্ধহৈ ৰাস্তাৰ ওপৰেদিয়েই পানী বৈ গৈছে আৰু পাহাৰৰ মাটি ও শিলে বাস্তা ঠেক কৰি পেলাইছে। এনেদৰে আহি ছুপৰীয়া এ'কমান বজাত হোটেল এখনৰ ওচৰতে গাড়ী ৰলহি। ড্ৰাইভাৰ আৰু লগৰ কেইজনমানে ছুপৰীয়াৰ আহাৰ এই গাড়োৱালী হোটেলতে খোৱাটো ঠিক কৰিলে। গাড়ীৰ পৰা নামি হাত-মুখ ধুই সকলো বহিলগৈ। আমিও সোমাও নোসোমাও কৰি এখন বেঞ্চত বহিলো, ভোক লাগিছে, লগতো একো কৰি আনিবলৈ সময় নেপালো গতিকে ভগবানে যি মিলাই তাকেই খোৱা যাওক বুলি। মাটি দাইল, কেচা বঙালাও ও আলুৰ তৰকাৰী আৰু ভাত। খাব নোৱাৰি, খুব জ্বলা। কলাই কৰা থাল বাতি আৰু আইনাৰ গিলাচত এক গিলাচ পানী। দোকানৰ পৰা অলপ গাখীৰ কিনিলৈ তাৰেই ভাত ছুটামান খালো। স্বৰস্বতী দেবীয়ে দৈ বিচাৰিছিল, দৈ নোপোৱাত গাখীৰকে ললে। মাদ্ৰাজীসকলৰ আহাৰত দৈ অপৰিহাৰ্য্য। তেওঁ মাটি দাইল, তৰকাৰী, ভাত আৰু তাতে দৈৰ পৰিবৰ্তে গাখীৰ খিনিকে ঢালি সানি ললে। মইটো দেখি অবাক। এই সোপা খাব কেনেকৈ! তেওঁ কিন্তু তৃপ্তিৰে খোৱা দেখিলো। সকলোৰে খোৱা হলত গাড়ীত উঠিলোহি আৰু ড্ৰাইভাৰে চলাবলৈ আৰম্ভ কৰিলে।

বৰষুণ পৰিয়েই আছে। ড্ৰাইভাৰে খুব সতৰ্কতাৰে গাড়ী চলাইছে। ড্ৰাইভাৰ জন ভাল, সেই কাৰণে আমিও অলপ নিচিন্তে বহি আহিছো। আগত সমতল দেখি তাৰে এজনে কৈ উঠিল, "শ্ৰীনগৰৰ ওচৰ পালোহি।" এই কেইদিন পাহাৰ দেখি দেখি মনলৈ ক্লান্তি আহি গৈছে, সেয়েহে সমান ঠাই শ্ৰীনগৰ পাই বৰ ভাল লাগিল। তাত অলকানন্দায়ো বহল মুকলি ঠাইত বিস্তাৰিত হবলৈ পাই কোবাল গতিত আহি আহি যেন ক্লান্ত হৈ শান্তৰূপ ধাৰণ



কৰিছে। অপূৰ্ব শ্ৰীনগৰৰ প্ৰাকৃতিক সৌন্দৰ্য্য। আমাৰ মিনি বাচ নিৰ্দিষ্ট ঠাইত আহি ৰলহি। ৰাতি ইয়াতেই থাকিব লাগিব। গাড়ীৰ পৰা নামি দেখো যে বহু গাড়ী ৰৈ আছে। ইমান গাড়ী কিয় বুলি অনুসন্ধান কৰাত জানিলো, বদ্ৰীনাথ আৰু হেমকুণ্ডলৈ যোৱা যাত্ৰী। আগত ৰাস্তা বন্ধ হোৱাৰ খবৰ পাই ইয়াতে ছুই তিনি দিন খপি আছে, ৰাস্তা ভাল হলে যোৱাৰ আশাত। আমি আৰু মাদ্ৰাজী ভদ্ৰলোক কেইজনে ডাক বঙলাতে থাকিবৰ নিমিত্তে বন্দবস্ত কৰিলো। সৰস্বতী দেবীহতে এটা ধৰম শালাত থাকিল। ৰাস্তাৰ বাহিৰে, ইফালে সিফালে ভৰি দিব নোৱাৰা পানী, লগতে কিন্‌কিনীয়া বৰষুণ আৰু ঘোপমৰা আন্ধাৰ। দোকান বজাৰৰ পোহৰতে ৰাস্তা যি দেখি। গাড়োৱালা ল'ৰা এটাৰ সহায়ত মালখিনি আনি ডাক বঙলাত থলোহি। কেইবাটাও কোঠা খালি আছিল, তাৰে এটা সুবিধাজনক চাই বাঁচি ললো। বিছনা পত্ৰ খুলি থৈ, হাত-মুখ ধুই, খোৱাৰ অনুসন্ধানত ওলালো। বেচিদূৰ যেনিবা যাব লগা নহল, ওচৰতে ভাল হোটেল, ৰেষ্টোৰা সকলো আছে। তাৰে হোটেল এখনত ৰুটি আৰু আলু মতৰৰ তৰকাৰী খালো। বৰ জুতি লগা হৈছিল। খাই বৰ তৃপ্তি পালো। এই কেইদিনৰ জুতি সলনি হোৱাৰ কাৰণেই হবলা। ইয়াত হৰেক ৰকমৰ আধুনিক মিঠাই পোৱা যায়। আমি মিঠাইৰ দোকানত সোমাৱাৰ লোভ সামৰিব নোৱাৰিলো। তাৰে মিঠাই অলপ কিনি খালো। শ্ৰীনগৰত মাখিৰ বৰ প্ৰকোপ, তথাপিও জুন, জুলাই মাহতকৈ চেপ্তেম্বৰ, অক্টোবৰ মাহত বহুখিনি কম বুলি কলে। খাই বৈ ওচৰৰে দোকান এখনত মছলা দিয়া খিলি পান এখন খাই বিশ্ৰামৰ নিমিত্তে ডাক বঙলালৈ ফিৰিলো। মনত পৰিল ডিব্ৰুগড়ৰ মাৰোৱাৰী দোকানৰ লক্ষ্মী টেব্‌লেট দি খিলিপান খোৱাৰ কথা। বিছনা পাৰি থৈয়ে গৈছো, আঠুৱা তৰি শুই পৰিলো।

ৰাতিপুৱা খুব সোনকালেই সাৰ পালো। গা-পা ধুই বিছনা পত্ৰ বান্ধি তৈয়াৰ হলো। স্বামীজী কেইজনে পুৱা আৰু গধূলি ছুই

বেলাই ভজন গাই প্ৰাৰ্থনা কৰে। তেওঁবিলাকৰো ৰাতিপুৱাৰ প্ৰাৰ্থনা হৈ গল। আজি কাকো কোনেও উঠিবলৈ বা প্ৰস্তুত হবলৈ কব লগা হোৱা নাই, কাৰণ সকলোৱেই ঘৰমুৱা। গতিকে আটাইৰে খৰ খেদা। ওলাই আহিলো চাহ খোৱাৰ উদ্দেশ্যেৰে। দোকান সকলোবোৰ খোলা নাই। দৰজা খোলা দেখি চাহৰ দোকান এখনত সোমালো, দেখো যে সকলোবোৰ শুই উঠাই নাই, দুই এজন মেজৰ ওপৰতে শুইয়ে আছে। কোনো কথা নকৈ ওলাই আহিলো। অইন এখন দোকানত চৌকাৰ জুই দেখি সোমালো। তাতো পানী গৰম হোৱা নাই। দোকানীয়ে অলপ পানী বেলেগে উতলাই চাহ দুকাপ কৰি দিলে। বিস্কুটৰ সৈতে চাহটোপা খাই দোকানৰ পৰা বাহিৰ হলো। ৰাস্তাতে গুজৰাটী মহিলা কেইগৰাকীমান পাই তেওঁবিলাকৰ গন্তব্য স্থানৰ কথা সোধাত কলে, বদ্ৰীনাথ দৰ্শন কৰিবলৈ বুলি আহি চাৰি ৰাতি শ্ৰীনগৰত খাপ দি আছেহি। তেওঁবিলাকৰ দলৰ পয়ত্ৰিশ জন মানুহ। বেলেগে এখন বাচ লৈ আহিছে। ওপৰলৈ যোৱা ৰাস্তা বন্ধ হোৱাই তেওঁলোক আজি পুনৰ হৃষীকেশ মুৱা হব। তেওঁলোকে বদ্ৰীনাৰায়ণক দৰ্শন কৰিবলৈ নোপোৱাত বদ্ৰীনাথ দৰ্শন কৰি অহা যাত্ৰীকে সেৱা কৰি প্ৰদক্ষিণ কৰি কৈছে, "আপোনালোক বৰ ভাগ্যৱান।" কেনেকুৱা মানুহৰ ভগবৎ প্ৰেম আৰু বিশ্বাস!

আমাৰ চমু চাপি অহা পথৰ যাত্ৰা আৰম্ভ হল। এইবাৰ গাড়ী কেইবাখনো। প্ৰথমতে দুখন ডাঙৰ বাচ, তাৰ পাচত গুজৰাটী দলটোৰ বাচ, তাৰ পাচত আৰু এখন বাচ আৰু তাৰ পাচতহে আমাৰ মিনি বাচ খন। শ্ৰীনগৰৰ পৰা প্ৰায় দেড় মাইল মান আহিয়েই সমান আহল বহল ৰাস্তাতে দেখোন গাড়ীবোৰ ৰৈ গল। কি হল? চাও যে গুজৰাটী দলটোৰ বাচখনৰ ড্ৰাইভাৰ জনে মূৰে কপালে হাতদি বহি পৰিছে। ওচৰতে দহ এঘাৰ বছৰীয়া ল'ৰা এটা পৰি আছে। হুলস্থুল লাগিল। আমাৰ বাচৰ পৰা এখেত আৰু



দুজন মানুহ নামি গল, বাকী কেইজন বহি থাকিলো। সকলোৰে মুখত বিষাদৰ ছাঁ। স্বামীজী এজনে গীতাৰ সংসাৰ অনিত্যতা সম্পৰ্কে শ্লোক আবৃত্তি কৰিছে। ল'ৰাটোক ড্ৰাইভাৰে ওচৰতে থকা মিলিটেৰী হাস্‌পাতালৈ কোলাত তুলি আমাৰ গাড়ীৰ ওচৰেদিয়েই লৈ গল। ল'ৰাটো দেখি মোৰ ধাৰাসাৰে চকুৰ পানী বৰলৈ ধৰিলে। এখেতে আহি কলেহি, জীৱন প্ৰদীপ নুমুৱা নাই। ল'ৰাটো আইতাকৰ লগত গাওঁৰ পৰা শ্ৰীনগৰলৈ আহিছিল। শ্ৰীনগৰত বাপেকৰ দোকান আছে। গাড়ীবোৰ দেখি আইতাকে তাৰ হাতত ধৰিয়েই আছিল। সি কোনোবা তলকত হাতৰ পৰা এৰাই ৰাস্তা পাৰ হব খুজিছিল, এনেতে বাচে খুন্দা মাৰিলে। সমান ৰাস্তা, বাচবোৰ ইখনৰ পিচত সিখন কোবত আহিয়েই আছিল। তাৰ ভিতৰতেই পাৰ হব খুজিছিল। ইয়াকেই বোলে নিয়তিৰ লিখন। যাৰ য'ত যেনেকৈ যেতিয়া মৃত্যু হব লগা আছে তাক কোনে ৰোধ কৰিব? আমাৰ গাড়ীৰ কোণত বহি অহা শকত মাদ্ৰাজী মহিলা গৰাকীয়ে আৰম্ভ কৰিলে—"এই সংসাৰ অনিত্য, মিছাই মানুহে অহঙ্কাৰ, কাজিয়া, বস্তুলৈ মোহ কৰে", ইত্যাদি। তেওঁৱেই দুদিন আগতে বেগ এটা বেকা হোৱাত ড্ৰাইভাৰৰ লগত খুব কাজিয়া কৰিছিল।

এতিয়া চিন্তা হল, ইয়াত বা আকৌ কিমান দেৰী ৰ'ব লগা হয়। পুলিচে গাড়ী এৰি নিদিলে ড্ৰাইভাৰে যাবলৈ ভয় কৰিলে। অলপ সময়ৰ পিচত পুলিচ আহি পালেহি আৰু কিছু চোৱা-চিতাৰ পিচত এক্‌চিডেণ্ট কৰা বাচ খন ৰাখি বাকী বিলাকক যাবলৈ অনুমতি দিলে। ইফালে সিফালে থকা মানুহবোৰ লৰালৰিকৈ গাড়ীত উঠিল আৰু অনুমতি দিয়া গাড়ী কেইখন এৰি দিলে। মোৰ তেতিয়া গুজৰাটী দলটোৰ কথা ভাৱি বেয়া লাগিল।—তেওঁলোকৰ যে কিমান দুৰ্গতি খন হল। বেলেগ ড্ৰাইভাৰ আহিব লাগিব, তেতিয়াহে তেওঁলোক যাব পাৰিব। তেওঁলোকৰ মনৰ কামনাও পূৰ্ণ নহল, কষ্টও পালে। সকলো ইচ্ছাময়ৰ ইচ্ছা।

আমি সেই একে অকোৱা পকোৱা পাহাৰী ৰাস্তাৰে নামি আহি আছো। এইবাৰ নমাৰ পালা। মাজে মাজে পাহাৰৰ শিল মাটি খহি ৰাস্তা বেয়া হোৱাত মানুহ নামি গাড়ী পাৰ কৰাইছে, সেই গভীৰ তলত হিমগিৰী সমুদ্ভূতা অলকানন্দা। কেতিয়াবা দেখো অলকানন্দা বহল ভাবে বিস্তাৰিত হৈছে কেতিয়াবা আকৌ ঠেকহৈ ওচৰ চাপি আহি ভয়াবহ হৈ পৰিছে। কেতিয়াবা দুই শৈল শ্ৰেণীৰ মাজেৰে ক্ষীণহৈ স্ৰোতাস্বিনী কোবাল গতিত নামি আহিছে। অলকানন্দাৰ কিমান ৰূপ!

গাড়ী আহি দেব প্ৰয়াগত ৰলহি। শ্ৰীৰামচন্দ্ৰৰ মন্দিৰলৈ চাই মূৰ দোঁৱালো। গাড়ীৰ পৰা নামি সকলোৱে গা-মূৰ পোনাই ললো। আমাৰ সৰস্বতী দেৱীৰ বমি আৰম্ভ হল। মোৰ ভয় লাগিছিল আগদিনাৰ গাড়োৱালী হোটেলৰ আহাৰৰ প্ৰতিক্ৰিয়া হল বুলি। আমাৰ মিনি বাচ যাবলৈ সাজু হল, হৰ্ণ দিলে। সৰস্বতী দেৱীও আহিল আৰু আমি সকলোৱেই উঠি বহিলো। কিছুদূৰ আহিয়েই গাড়ী হেণ্ডিমেনৰ ঘৰৰ আগত ৰলহি। অকনমান ধুনীয়া ছোৱালী এজনী ওলাই আহিল। হেণ্ডিমেনে ভিতৰ সোমাই গৈ ঘৈনীয়েকৰ লগত কথা পতাত লাগিল। ছোৱালী জনীয়ে গাড়ীৰ কাষত ৰৈ আমালৈ চাইছে। মই মাত দিলো, "চল্ তুম্‌হে লে যাউঙ্গী।" তাই মিচিকীয়া হাঁহি এটা মাৰি পিচ হোহোকা মাৰিলে। বৰ মৰম লগা ছোৱালী জনী। হেণ্ডিমেন আহি গাড়ীত উঠিল আৰু গাড়ী এৰি দিলে। আমাৰ যাত্ৰাৰো শেষহৈ আহিছে আৰু দুঘণ্টা মানৰ মূৰতে হৃষীকেশ পামগৈ। গেট পালোহি, গাড়ী ৰল। হৃষীকেশলৈ আঠ মাইল মানহে আছে। গাড়ীৰ পৰা নামি সকলোৱে ফল-মূল কিনাত লাগি গল। ময়ো মৌসম্বী আৰু অমিতা কিনিলো। বৰ ভাল অমিতা পোৱা যায়, দাম অৱশ্যে বেচ আছে। অলপ দেৰীৰ পিচত গেট খুলি দিলে আৰু এখন এখনকৈ সকলোবোৰ গাড়ী পাৰহৈ হৃষীকেশৰ অভিমুখে আহিল। এইবাৰ গাড়ী ৰলহি শিবানন্দ নগৰৰ



আলহী থকা ঘৰৰ আগত। পৰম ঈশ্বৰ বদ্ৰীনাৰায়ণৰ কৃপাত সুকলমে ফিৰি আহি পালোহি। আমাৰো বদ্ৰীনাথ যাত্ৰাৰ সামৰণি পৰিল। তেতিয়া চাৰে এঘাৰমান বাজিছে। আশ্ৰমৰ পৰা উঠা সকলো যাত্ৰীয়ে নামি নিজৰ নিজৰ মাল নমালে। এই ছ'টা দিনৰ পথৰ একে সুখ দুখৰ সহযাত্ৰীৰ পৰা বিদায় ললোহঁক। এই কেইদিনৰ সহযাত্ৰী এৰা এৰিহৈ নিজৰ নিজৰ আশ্ৰয়লৈ গল। জীৱনত হয়তো বা আৰু দেখা নহব। ৰৈ গল মাত্ৰ স্মৃতি। সেই স্মৃতিৰ ৰোমন্থনে আনিব মনলৈ আবেগ আৰু আনন্দ।

মালখিনি আশ্ৰমলৈ নিবলৈ স্বামীজী এজনে ল'ৰা এটা পঠাই দিলে। তাৰ সহায়ত বিছনা পত্ৰ খিনিৰে আমি আগতে থকা কোঠাটোৰ দুৱাৰ মুখ পালোগৈ। এখেতে গেষ্ট-ইন্-চাৰ্জৰ পৰা চাবি আনিলেগৈ। তেৰো লগতে আহিল আৰু আমাৰ কুশল সংবাদ ললে। আমি কিছু বস্তু এৰি গৈছিলো, সেইখিনি দেখুৱাই দিলে আৰু কলে, "আপোনালোককটো ভাগকৱা যেন দেখা নাই, বেচ ভালেই দেখিছো!—নহলে, ওপৰৰ পৰা অহা যাত্ৰীসকলক বৰ ভাগকৱা যেন দেখি।" আমাৰ মন যে বদ্ৰীনাথ দৰ্শনৰ কৃতকাৰ্য্যতাই অপাৰ আনন্দিত কৰি ৰাখিছে! সেই দুপৰীয়াৰ ভাত সাজ তেখেতে আমাক আশ্ৰমতে খাবলৈ কলে। অলপ সময়ৰ পিচত কোঠালৈকে "টিফিন কেৰিয়াৰত" ভাত পঠাই দিলে। মই কাপোৰ সলাই হাত-মুখ ধুই ৰাস্তাটোৰ সিপাৰে পাহাৰৰ ওপৰত থকা আশ্ৰমৰ বিশ্বনাথ মন্দিৰলৈ উঠি গলো। বিশ্বনাথক অন্তৰৰ ভক্তি ঢালি দি সেৱা জনাই কলো,—"প্ৰভু, তোমাৰ আৰু এক ৰূপ দৰ্শন কৰাই আনিলা। তোমাৰ চৰণত শত শত বাৰ নমস্কাৰ।"

ভাত পানী খাই আমি দুয়ো বিশ্ৰাম কৰিলো। সেইদিনা আৰু কলৈকো নগলো। পিছদিনা লক্ষণ-ঝুলা দি পাৰ হৈ স্বৰ্গদ্বাৰলৈ গলো। লক্ষণ-ঝুলা গঙ্গাৰ ওপৰত চাৰে চাৰিশ ফুট দীঘল লোহাৰ ৰচিৰে বন্ধা সেতু। মাজ ডোখৰ পালে অলপ লৰে। মটৰৰ পৰা নামি গঙ্গাৰ

এইপাৰে লক্ষণৰ মন্দিৰ। সীতা উদ্ধাৰৰ কাৰণে শ্ৰীৰামচন্দ্ৰ সৈতে ৰাৱণৰ লগত যুদ্ধ কৰি লক্ষণে যি ব্ৰহ্মহত্যাৰ পাপ কৰিছিল, সেই পাপৰ ফলত লক্ষণ হৈ পৰিছিল অসুস্থ। ৰাৱণ আছিল ব্ৰাহ্মণৰ সন্তান। সেই পাপ খণ্ডনৰ কাৰণে বশিষ্ঠ দেৱৰ উপদেশত এখন ভৰিৰ ওপৰত ঠিয় হৈ লক্ষণে তপস্যা কৰিছিল কেইবা বছৰো। এক শতাব্দী তপস্যা কৰিলে বায়ু ভক্ষণ কৰি। শিৱই সন্তুষ্ট হৈ ব্ৰহ্মহত্যা পাপৰ প্ৰায়শ্চিত্ব শেষ হল বুলি বৰ দিলে—"আজিৰ পৰা তুমি সকলো পাপৰ পৰা মুক্ত। মই লক্ষণ পূজিত লক্ষনেশ্বৰ শিৱহৈ ইয়াত প্ৰতিষ্ঠিত হৈ থাকিলো।" সেই অনুসৰিয়েই এই ঠাইৰ নাম হল। মন্দিৰ দৰ্শন কৰিলো গতানুগতিক প্ৰথা মতে। মন্দিৰৰ পৰা ওলাই আহি ৰাস্তাৰ কিনাৰত থকা পাথৰৰ দোকানত সোমালো। বহু ধৰণৰ দেৱ-দেৱীৰ মূৰ্তি, ফুলদানী, ধূপদানী, টেমা, ইত্যাদি। মোৰ বস্তু চোৱাৰ হে চখ, লোৱাৰ নহয়। কাৰণ, আমি বহু ঠাই ফুৰিম বুলি বাহিৰ হৈছো।

সেতু পাৰহৈ স্বৰ্গদ্বাৰলৈ যোৱা ৰাস্তা ধৰিলো। ৰাস্তাৰ দুয়োকাষে ধুনীয়া মাৰ্বল পাথৰৰ দেৱ দেৱীৰ মন্দিৰ আছে। সকলো বোৰতে সোমাই দৰ্শন কৰি গৈ আছো। ইয়াৰ বাহিৰেও ৰজা-মহাৰাজ সকলে সজাই দিয়া মহাপুৰুষ সকলৰ মন্দিৰো কেইবাটাও আছে। এই মন্দিৰ বোৰলৈ সোমোৱা গেটৰ চাইন বৰ্ডত কোন মহন্ত বা যোগীৰ উদ্দেশ্যে সজা আৰু দাতাৰ নাম লেখা থাকে। এই সকলোবোৰ চাই গৈ আছো। এফালে মন্দিৰবোৰৰ প্ৰায় কাষেদিয়েই শিলে শিলে ঠেকা খোৱা তৰঙ্গায়িত জাহ্নবীৰ মনোহাৰিণী ৰূপ, আনকালে পাহাৰৰ পাদদেশৰ সমতলত শস্য শ্যামল তৃণ ভূমি, তাৰ মাজে মাজে আম্ৰ বৃক্ষৰ তলত সংসাৰত্যাগী সাধু সকলৰ কুটীৰ। বশিষ্ঠ মুনিৰ তপোবন। সেই কুটীৰত জীৱ কল্যাণ, পৰমাৰ্থৰ আৰু আধ্যাত্মিকতাৰ চৰ্চা কৰিছে তপস্বী সকলে। এই সাধু সন্ন্যাসীৰ আৱাস ভূমি চাই চাই কিছুদূৰৰ পিচত পালো "কালী কম্‌লীৱালা"ৰ আশ্ৰম।



কালী কম্‌লীৱালা—যি জন মহাপুৰুষে দুখী, দৰিদ্ৰ, সন্ন্যাসী, তপস্বীৰ তীৰ্থ যাত্ৰাৰ সুখ সুবিধাৰ নিমিত্তে এই অনুষ্ঠান গঢ়ি থৈ গৈছে। তেওঁৰ ভিক্ষা লব্ধ ধনেৰে তীৰ্থ যাত্ৰাৰ পথত সজা বহু ধৰ্মশালা আৰু সদাব্ৰত আছে। সাধু, সন্ন্যাসী, দৰিদ্ৰই খোৱা আৰু জাৰত লবলৈ একোখন কম্বল বিনা পয়চাই পায় সেই ধৰম শালা বিলাকত। এতিয়া সেই বিৰাট ধৰ্ম্ম অনুষ্ঠানৰ প্ৰধান কেন্দ্ৰস্থল হৈছে হৃষীকেশত। এই ধৰমশালা বিলাকত কিমান মানুহে দিনে নিশাই ভোজন কৰিছে তাৰ সীমা সংখ্যা নাই।

কালী কম্‌লীৱালা আশ্ৰমৰ পৰা ওলাই গীতা ভবন আৰু পৰমাৰ্থ নিকেতন চালো। গীতা ভৱনত মনোমোহা জীৱন্ত যেন লগা লক্ষ্মীনাৰায়ণৰ মূৰ্তি। ভৱনৰ বেৰত গোটেই গীতা খন স-চিত্ৰ শ্লোকেৰে ৰঙীণ স্পষ্ট আখৰেৰে লেখা আছে, যাতে দৰ্শকে আগুৱাই গৈ থাকোতে সহজতে পঢ়ি যাব পাৰে। ইয়াৰ উপৰি ভগবানৰ লীলাৰ অৱলম্বনত কটা মূৰ্তি, যেনে গ্ৰাহ গজেন্দ্ৰৰ যুদ্ধত গজেন্দ্ৰই শঙ্কত কালত একান্ত মনে ভগবানক প্ৰাৰ্থনা কৰাত, ভগবানে কেনেকৈ তেওঁক ৰক্ষা কৰিলে গোটেই কাহিনীখিনি মূৰ্তিৰে সৈতে দেখুৱাইছে। এনেকৈয়ে ভগবানৰ বহু লীলাৰ চানেকী দেখুওৱা আছে। গীতা ভবন এদিনত চাই শেষ কৰিব নোৱাৰি।

গীতা ভবনৰ পৰা ওলাই পৰমাৰ্থ নিকেতনলৈ আহিলো। ইয়াতো একে ধৰনেৰে ভগবানৰ লীলা বৰ্ণোৱা আছে। ইয়াৰ অঙ্কিত চিত্ৰ আৰু মূৰ্তি ৰচনা কৰিছে মহাভাৰত আৰু ৰামায়ণৰ কাহিনী অৱলম্বন কৰি। পৰমাৰ্থ নিকেতনত ডাঙৰ ডাঙৰ দুই মহলাৰ পকী ঘৰ কেইবাটাও আছে। সেই ঘৰবোৰত সৰ্বমুঠ ছশটা কোঠা যাত্ৰী থাকিবৰ নিমিত্তে আছে বুলি কলে। ঘৰবোৰ পৰিপাটিকৈ সজা হৈছে। মাজত ফুলৰ বাগান আৰু বাগানৰ মাজে মাজে কেইজন মান মহাত্মাৰ মূৰ্তি স্থাপন কৰা আছে। যাত্ৰীয়ে নিয়মাবলীত চহীকৰি বিনা ভাৰাত তিনি ৰাতি থাকিব পাৰে। যাত্ৰী থাকিবৰ

নিমিত্তে সকলে বন্দবস্তই আছে। সোমোৱা গেটৰ মুখতে আশ্ৰমৰ আয়ুৰ্বেদিক ঔষধৰ দোকান আৰু কিতাপৰ দোকান। ইয়াৰ পৰা কিছুদূৰ আগুৱাই গলেই স্বৰ্গদ্বাৰ পায়। বহু মানুহ গীতা ভৱন আৰু পৰমাৰ্থ নিকেতন চাবলৈ দৈনিক আহে।

স্বৰ্গদ্বাৰত আধুনিক ৰুচি সম্পন্ন হোটেল আৰু ৰেষ্টুৰেণ্ট আছে। কোকাকোলা, চৰবত, চাহ, কফি, হৰেক ৰকমৰ মিঠা আৰু লুনীয়া খাদ্য সামগ্ৰী। হোটেলত ভাত, ৰুটি আদি পোৱা যায়। মানুহে ফুৰি চাকি এই হোটেল ও ৰেষ্টুৰেণ্টত খাই বৈ আকৌ ফিৰি যায়। আমাৰো ঘুৰি ঘুৰি ভাগৰ লগাত ৰেষ্টুৰেণ্ট এখনত সোমাই কোকা-কোলা আৰু মিঠাই খালো। কিছু দেৰী বহাৰ পিচত আশ্ৰমলৈ বুলি অহা বাটে খোজ ললো। এই কেইদিন একে লেঠাৰিয়ে ওপৰত বৰষুণহোৱাত গঙ্গা অতি খৰস্ৰোতা হৈ ওফন্দি পৰিছে। সেই নিমিত্তে মটৰ লান্স এই কেইদিন চলা নাই। নহলে পাঁচ মিনিটৰ অন্তৰে অন্তৰে বিনা পইচাই মানুহ ইপাৰ সিপাৰ কৰে—সিপাৰে মুনিকিৰেটী ঘাটৰ পৰা পৰমাৰ্থ নিকেটন ঘাটলৈ। সচৰাচৰতে, যাত্ৰীসকল হৃষীকেশ, হৰিদ্বাৰৰ পৰা মটৰ বাচেৰে লক্ষণ ঝুলালৈ যায়। তাৰ পৰা সেতুৰেদি গঙ্গা পাৰহৈ এটা মূৰৰ পৰা দৰ্শনীয় স্থান দৰ্শন কৰি গীতা ভৱন আৰু পৰমাৰ্থ নিকেতন চাই ইটো মূৰে স্বৰ্গদ্বাৰৰ পৰা ঘুৰি আহি লান্সেৰে পাৰহৈ মুনিকিৰেটী ঘাটৰ পৰা মটৰ যোগে ফিৰি যায়। আমাৰ অহা বাটেদিয়েই ফিৰিব লগা হল। লক্ষণঝুলাৰ পৰা টেক্সি এখনেৰে আশ্ৰম পালোহি, সন্ধ্যাৰ লগে লগেই। লক্ষণঝুলাৰ পৰা শিবানন্দ আশ্ৰমলৈ এক মাইল মান হব। স্বৰ্গদ্বাৰ বহু সাধু সন্ন্যাসীৰ আবাস ভূমি, তাৰ পাহাৰে-পৰ্বতে আৰু সমতল ভূমিতো সাধু সন্ন্যাসী সকল থাকে।

পিছদিনা শিবানন্দ আশ্ৰমৰ স্বামীজীসকলৰ পৰা বিদায়লৈ বিশ্বনাথ মন্দিৰত সেৱা জনাই, হৰিদ্বাৰলৈ আহিলো। আহিবৰ সময়ত অলপ বেয়া লাগিছিল। এই কেইদিনৰ সান্নিধ্যত আশ্ৰম বাসী



সকলক চিনাকি লগা হৈছিল কাৰণে। আশ্ৰমত কামকৰা সৰু সৰু ল'ৰা, দুজন চফল ডেকা ব্ৰহ্মচাৰী, গেষ্ট-ইন-চাৰ্জ জন আমাৰ সান্নিধ্যলৈ বেচিকৈ আহিছিল কাৰণে তেওঁলোকৰ কথা মনত পৰি থাকে।

হৰিদ্বাৰত এইবাৰ "কৰণী ভৱন" বুলি এটা ধৰমশালাত উঠিলো আমি থকা কোঠাটোত 'ফেন' থকাৰ নিমিত্তে দেড় টকা কৈ ভাড়া আছিল। সন্ধ্যা হৰ্-কী-পৌৰীলৈ গলো, গঙ্গাৰতি চাবলৈ। তাতে মোক এগৰাকী পাঞ্জাবী মহিলাই "বহীন্‌জী" বুলি সাবট মাৰি ধৰিলে। মই প্ৰথমে চিনি পোৱা নাছিলো, তৎক্ষণাত মনত পৰিল শিৱানন্দ আশ্ৰমৰ মাতাজীৰ কোঠাত লগ পোৱা বুলি। তেখেতৰ কুশল বাতৰি লোৱাৰ পিচত, বাকী মহিলা কেই গৰাকীৰ কথা সুধিলো। তেখেত সকলৰ শিষ্ট আৰু ভদ্ৰোচিত আচৰণত তেওঁবিলাক কোন নো কৰ পৰা তেনেকৈ গোট খাইছিল জানিবলৈ বৰ ইচ্ছা হৈ আছিল। উত্তৰত তেওঁ কলে,—"তেওঁলোক আটাই কেউজনেই দিল্লীৰ কোনোবা কলেজৰ অধ্যাপিকা আৰু শিবানন্দৰ শিষ্যা।" এই মহিলা গৰাকীৰ ঘৰ কুৰুক্ষেত্ৰত। তীৰ্থ ভ্ৰমণ কৰিবলৈ আহিছে পিছদিনা ফিৰি যাব। আপোন আপোন যেন লগা এই অমায়িক মহিলা গৰাকীক লগ পাই মোৰ বৰ ভাল লাগিল। অলপ সময় কথা বতৰাৰ পিচত দুয়ো দুয়োৰো পৰা বিদায় ললো।

পিছদিনা ৰিক্সা এখন বন্দবস্ত কৰি ওলালো আশ্ৰম চাবৰ অভিপ্ৰায়ে। প্ৰথমে গলো সপ্তৰ্ষি আশ্ৰমলৈ। এই আশ্ৰমলৈ যোৱাৰ বাটত আৰু বহু আশ্ৰম পোৱা যায়। সকলো আশ্ৰমতে সোমাবলৈ সময় কৰিব নোৱাৰিলো। কেইখন মানত সোমায় আশ্ৰমৰ বিষয়ে খবৰ কৰিছিলো। সপ্তৰ্ষি আশ্ৰম প্ৰাকৃতিক সৌন্দৰ্য্যৰ আকৰ। জাহ্নবী এইখিনিতে কেইবা ধাৰা হৈ বৈ গৈছে। এই আশ্ৰম সপ্ত ঋষিৰ নামেৰে—ভৰদ্বাজ, অত্ৰি, গৌতম, জমদগ্নি, কাশ্যপ, বশিষ্ঠ আৰু বিশ্বামিত্ৰ। এই নদীৰ ধাৰাবোৰো নামাকৰণ

কৰা আছে সেই অনুযায়ী। ৰাস্তাৰ বাওঁফালে সপ্তঋষিৰ আশ্ৰম আৰু সোঁফালে জাহ্নৱী। আশ্ৰমখন বহুখিনি ঠাই আবৰি ধুনীয়াকৈ পাতিছে। আশ্ৰমৰ প্ৰাকৃতিক দৃশ্য মনোৰম। সপ্তঋষিৰ স্মৃতি জাগৰিত কৰি ৰাখিবলৈ কৰা আশ্ৰমত সোমালো। যাত্ৰীৰ মনত ভক্তিৰ ভাব উদ্ৰেক কৰা সকলো দেৱ দেৱীৰ মন্দিৰ আছে। দৰ্শন কৰিলো। ইয়াত শাস্ত্ৰীয় চৰ্চা, আধ্যাত্মিক চৰ্চা, পূজা, হোমাদি হয়। আশ্ৰমত সৰু সৰু ঘৰ আছে। আশ্ৰমবাস ইচ্ছাকাৰী সকলে অধ্যক্ষৰ অনুমতি লৈ বাস কৰিব পাৰে। এই সকলোবোৰ দাতাসকলৰ দানৰ ওপৰতেই হৈছে।

কিন্‌কিনীয়াৰপৰা মজলীয়া ধৰণৰ বৰষুণ হৈ আছে গতিকে অলপ খৰখেদা কৰিয়েই সপ্তঋষিৰ আশ্ৰমৰ পৰা ফিৰিলো। অলপ আহিয়েই ৰাস্তাৰ দাঁতিত "অন্ধ আশ্ৰম" বুলি লেখা চাইন বৰ্ড এখন দেখি সেই আশ্ৰমত সোমালো। এই অন্ধ আশ্ৰমৰ প্ৰতিষ্ঠাতা বাবাজী ১০৮ স্বামী অজৰানন্দজী। তেঁৱো অন্ধ। অন্ধ আৰু দুস্থ মহিলা সকলৰ নিমিত্তে এইখন আশ্ৰম। ভগৱৎ চৰ্চাৰ উপৰিও অন্ধসকলৰ কাৰিকৰী শিক্ষাৰ ব্যৱস্থা আছে। অনাথ ছোৱালীবোৰক স্বাবলম্বী হবলৈ শিক্ষা দিয়ে। আশ্ৰমখন চাই ভাল লাগিল। এটা ডাঙৰ জনহিতকৰ প্ৰতিষ্ঠান। সকলো চাই মেলি আশ্ৰম প্ৰতিষ্ঠাতা অন্ধ বাবাজী মহাৰাজক সেৱা কৰি আহিলো। চকু থাকি মানুহে যি কাম কৰিব পৰা নাই, আজি অন্ধ বাবাজী মহাৰাজে তেনে মহৎ কাম কৰিববলৈ সক্ষম হল। তেওঁ বৃদ্ধ হৈছে, শৰীৰো সিমান ভাল নহয় বুলি কলে। ফিৰাৰ পথত আৰু দুখনমান আশ্ৰম চাই, থকা ঠাইলৈ আহিলো। ৰিক্সাৱালাটো বৰ ভাল, সি আমাক দৰ্শনীয় সকলো ঠাই দেখুৱাই আনিলে। ৰিক্সাৱালাক বিদায় দি খাই বৈ অলপ বিশ্ৰাম ললো।

আবেলি তিনিমান বজাত এখেত ৰেলওৱে ষ্টেচনলৈ বুলি ওলাই গল। আমাৰ পিচৰ গন্তব্য স্থানৰ নিমিত্তে টিকট কৰাৰ অভিপ্ৰায়ে। মই বাৰাণ্ডাখনতে থিয় হৈ হৰিদ্বাৰৰ প্ৰধান ৰাস্তাটোলৈ চাই আছো। কত ধৰণৰ মানুহৰ মিছিল! হৰিদ্বাৰৰ দৈনন্দিন জীৱনালেখ্য চাইছো। স্কুল, কলেজ, অফিচ ছুটী হবৰ হৈছে। বাচ, গাড়ী, ৰিক্সাত মানুহ আহিছে গৈছে। হৰিদ্বাৰৰ তীৰ্থস্থান দৰ্শন, গঙ্গাস্নান, কেদাৰ, বদ্ৰী, যমুনেত্ৰী, গঙ্গোত্ৰী যাত্ৰাৰ কাৰণে। তেতিয়া চেপ্তেম্বৰ মাহ। এই কেইখন তীৰ্থ ঠাইলৈ যোৱাৰ উপযুক্ত সময়। এনেতে দেখিলো আকাশ ক'লাডাৱৰে আৱৰি ধৰিলে। চাই থাকোতো থাকোতেই কলহৰ মুখেৰে বৰষুণ ঢালিবলৈ আৰম্ভ কৰিলে। স্কুল-কলেজৰ ল'ৰা ছোৱালী বিলাক আহিছিল মাত্ৰ, সিহঁতৰ অৱস্থা শোচনীয় হল। তিতিবুৰি দৌৰিবলৈ আৰম্ভ কৰিলে। ফলৰ ঠেলাগাড়ী, তৰকাৰীৰ গাড়ী সকলোবিলাকে ঠেলিঠুলি আশ্ৰয় বিচৰাত লাগিল। মানুহ যি য'ত পাৰে দোকানে বজাৰে সোমাল। মটৰ কেইখনমানে দেখিলো 'কেৰিয়াৰত' মাল আনিছিল ত্ৰিপাল নিদিয়াকৈ, বিছনা চুটকেচ তিতিবুৰি একাকাৰ হল। মোৰ চিন্তা লাগিল, এখেতক যদি বাটতে বৰষুণে পাইছে তেনেহলে ছাতিটোৱে ৰাখিব নোৱাৰিব নিশ্চয়। যি ভাবিছো সেয়ে, ওপৰৰপৰা চাও যে আধা তিতা মানুহজন আহি আছে। ওপৰলৈ উঠি আহি ছাতি থৈ মোক কলে, 'তেনেই তিতিলো'। লৰালৰিকৈ কাপোৰ কানি সলাই পেলালে। মই চাহ কৰিলো। আমি থকা ঘৰটোৰ তলতে মিঠাইৰ দোকান, আহোতে এখেতে পাকুৰা ভজা দেখি আহিছিল। মোৰ চাহ কৰা হয় মানে এখেতে তলৰপৰা গৰম পাকুৰা আনিলেগৈ আৰু তৃপ্তিৰে সৈতে চাহখিনি খালো। আমাৰ টিকট বেনাৰসলৈ কৰিলে, পিছদিনা ৰাতি চাৰে আঠ বজাত গাড়ী। বাটত অযোধ্যাত নামি যাম এৰাতিৰ কাৰণে।

পিছদিনা পুৱা আঠমান বজাত ৰিক্সা এখন বন্দবস্ত কৰি কন্‌খললৈ গলো। কন্‌খল—পৌৰাণিক যুগৰ দক্ষ ৰজাৰ ৰাজধানী।

পুৰণা নাম আছিল মায়াপুৰি। হৰিদ্বাৰৰপৰা কন্‌খললৈ তিনি মাইল। গঙ্গাৰ পাৰতে। —প্ৰজাপতিয়ে যজ্ঞ পাতিছিল, সেই যজ্ঞলৈ তেওঁৰ জোৱায়েক শঙ্কৰক নিমন্ত্ৰণ কৰা নাছিল। সতীয়ে (দক্ষদুহিতা আৰু শঙ্কৰৰ পত্নী) দেউতাকৰ ঘৰত যজ্ঞ চাবলৈ মন কৰি তেওঁৰ স্বামী শঙ্কৰৰ ওচৰত অনুমতি ভিক্ষা কৰিলে। শঙ্কৰে কলে, "আমাক জানো নিমন্ত্ৰণ কৰিছে, নাইকৰা নহয়? কেনেকৈ যাবা, বিনা নিমন্ত্ৰণে।" সতীয়ে কলে, "মাক বাপেকৰ ঘৰলৈ ছোৱালীৰ জানো নিমন্ত্ৰণৰ প্ৰয়োজন আছে?" ওহো, শঙ্কৰ কোনো ৰকমেই মান্তি নহল, পত্নীক পিতৃ গৃহৰ যজ্ঞলৈ বিনা নিমন্ত্ৰণে যাব দিবলৈ। তেতিয়া সতী ক্ৰোধিত হৈ বহুৰূপ ধাৰণ কৰিলে। সেয়ে তেওঁৰ কালী, তাৰা, যোৰণী, ভুৱনেশ্বৰী, ইত্যাদি দশ মহাবিদ্যাৰূপ ধাৰণ বুলি পুৰাণত আছে। শেষত ভয়ঙ্কৰ কালীৰূপ দেখি শঙ্কৰে অনুমতি নিদি নোৱাৰিলে। সতী অশান্ত মনেৰে মাকৰ ঘৰলৈ গল। শঙ্কৰে লগত নন্দি ভৃঙ্গীক পঠালে। মাক মেনকা ৰাণীয়ে জীয়েকৰ ৰূপ দেখি বিচুৰ্তি খালে। জীয়েকক সাৱট মাৰি ধৰি "কি হৈছে, কেনেই তোমাৰ এনে অৱস্থা" বুলি লৈ গল। মাতৃহৃদয় আশঙ্কাত চিন্তিত হৈ পৰিল। জীয়েকৰ আগত নানা খাদ্য সামগ্ৰীৰে পৰিপূৰ্ণ পাত্ৰ দাঙি ধৰিলে। জীয়েকক খুৱাবলৈ মাক বহিল। সতীয়ে মাকক কলে, "মোৰ অলপো খাবলৈ মন যোৱা নাই, আগেয়ে মই যজ্ঞস্থলিৰপৰা আহো।" সতীয়ে কেনেকৈ খায়? যি বাপেকৰ যজ্ঞোৎসৱলৈ তেওঁৰ স্বামী শঙ্কৰক নিমন্ত্ৰণ কৰা নাই, তেওঁ কেনেকৈ মুখলৈ আহাৰ তোলে। সতীৰ মন অশান্তিৰে পৰিপূৰ্ণ, যজ্ঞস্থলিলৈ গৈ দেখিলে যে সকলো দেৱতাসকল আহিছে, মাত্ৰ তেওঁৰ ভোলানাথ স্বামী শঙ্কৰ নাই। পতিপ্ৰাণা সতীৰ মন বিষাদেৰে, অপমানেৰে ভৰি পৰিল। তাতে তেওঁ শুনে দেউতাক দক্ষৰজাই তেওঁৰ স্বামী সদাশিৱৰ নিন্দা কৰি আছে। এনেয়ে শোকে দুঃখে অপমানে জৰ্জৰিত তাতে পতিপ্ৰাণা সতীয়ে স্বামীনিন্দা সহিব



নোৱাৰি বাপেকক শাপ দি সেই যজ্ঞস্থলিতে প্ৰাণত্যাগ কৰিলে। তেওঁ কলে, "যি মুখে মোৰ স্বামী শঙ্কৰক নিন্দা কৰিছা তোমাৰ সেই মুখ ছাগলীৰ ৰূপ হব।" নন্দি ভৃঙ্গীয়ে যেই দেখিলে যে পৰমেশ্বৰী সতীয়ে দেহত্যাগ কৰিলে, তেওঁলোকে তৎমুহূৰ্তে যজ্ঞ লণ্ডভণ্ড কৰি ভাঙি চিঙি শেষ কৰি পেলালে। শিৱ নিন্দা শুনি দেৱতাসকলে আগতেই যজ্ঞস্থলি পৰিত্যাগ কৰিছিল। এই ঘটনা কন্‌খলত ঘটিছিল। পিচত দক্ষই য'ত শিৱক তপস্যা কৰিছিল, সেই ঠাইতে বৰ্তমান শিৱ মন্দিৰ। শিৱ আৰু সতী ভৱানী মন্দিৰ দুয়োটা একেলগেই বিদ্যমান। মন্দিৰত সতীৰ মাৰ্বল পাথৰৰ মূৰ্তি। সমুখত যজ্ঞকুণ্ড, গঙ্গেশ্বৰ মহাদেৱ, বিৰাট হনুমান, কালভৈৰৱ আৰু গণেশৰ মূৰ্তি দৰ্শনত কৃতাৰ্থ হলো। কন্‌খলত বিষ্ণুমন্দিৰ, ৰামকৃষ্ণ সেৱাশ্ৰম আৰু আন কেৱাখনো আশ্ৰম আছে। আমি আশ্ৰম কেইখনমান চাই এঘাৰমান বজাত ঘুৰি আহি "কৰণী ভৱন" পালোহি। দুপৰীয়াৰ আহাৰ ৰান্ধি বাঢ়ি খাই অলপ বিশ্ৰাম কৰি সন্ধ্যা যাবৰ কাৰণে তৈয়াৰ হলো। বৰষুণ বতৰ। ৰিক্সাৱালা এটাক এখেতে মাতি ৰাখিছিল, সি যেনিবা ঠিক সময়তেই আহি আমাক ষ্টেচনলৈ লৈ গল।

সন্ধ্যা আঠ বজাত আমি ট্ৰেইনত উঠিলো। মানুহৰ ভাল ঠাই লবৰ নিমিত্তে ঠেলা-হেঁচা। কুলি, মাল, যাত্ৰী আদিৰ হুলস্থুল। কণ্ডাক্টৰ আহি যেনিবা লিষ্টমতে সকলোকে ঠাই ঠিক কৰি দিলে। পিছদিনা আমি দিনৰ বাৰমান বজাত অযোধ্যা ষ্টেচন পালোহি। ট্ৰেইন পলম কৰি অহাৰ কাৰণে এক ঘণ্টা দেৰী হল। বাৰাণসীলৈ ৰেলেৰে আৰু চাৰি-পাঁচ ঘণ্টাৰ ৰাস্তা। ট্ৰেইনৰপৰা নামি ৰিটায়েৰিং ৰূমতে থকা মেলাৰ বন্দবস্ত কৰিলো। ষ্টেচন মাষ্টাৰৰপৰা চৌবিশ ঘণ্টাৰ বাবে ৰূম ভাড়া লৈ চাবি লৈ ৰিটায়েৰিং ৰূমত সোমালোহি। ঘৰটো ষ্টেচনৰ ওচৰতে। দেখাত ভাল কিন্তু চাফা কৰি নৰখাৰ নিমিত্তে প্ৰথমে সোমায়েই অসুবিধা লাগে। ট্ৰেইন ভ্ৰমণত অলপ

ভাগৰ লাগে, তাতে আকৌ ঘৰ-দুৱাৰ ঠিক কৰি লবলৈ কিন্তু যথেষ্ট ধৈৰ্য্য লাগে। যাহওক, বিছনাপত্ৰ মালবস্তু ঠিক কৰি লৈ কলৰ পানীৰেই গা ধুলো। গা ধুই স্তোভ জ্বলাই মই খিচিৰী বহাই দিলো। এসাজৰ কাৰণে আমি দাইল, চাউল লৈ ফুৰো। ইতিমধ্যে এখেতো গা ধুই আহিল। এইবাৰ ঠিক কৰিলো প্ৰথমতে মন্দিৰ দৰ্শন কৰি আহো। এখন বিক্সা বন্দবস্ত কৰিলো ৰামৰাজ্য অযোধ্যা চাবলৈ।

অযোধ্যা—ইয়াত বহু মন্দিৰ আছে তাৰ ভিতৰত "হনুমান গড়ী" আৰু "কণক ভবনেই" প্ৰধান। "হনুমান গড়ী" হৈছে হনুমানৰ মন্দিৰ। অলপ ওপৰত হনুমানৰ বিৰাট শিলৰ মূৰ্তি প্ৰতিষ্ঠিত মন্দিৰ। শিলৰ চিৰিয়েদি উঠি যাব লাগে। যেতিয়া ৰামচন্দ্ৰই ভৰতক ৰাজ্যভাৰ দি তীৰ্থ ভ্ৰমণ কৰিবলৈ ওলাল, তেতিয়া ৰামভক্ত হনুমানে কলে, "প্ৰভু, তুমি যাবলৈ ওলালা, মোৰ কি গতি হব?" তেতিয়া শ্ৰীৰামচন্দ্ৰই নিজহাতে হনুমানৰ মূৰ্তি প্ৰতিষ্ঠা কৰি থৈ গল। সেয়ে "হনুমান গড়ী"। আজিও সভক্তিৰে ভক্তই ৰামভক্ত হনুমানৰ পূজা চলাই আছে। হনুমান আছিল ৰামৰ প্ৰিয় ভক্ত, যি ভক্তই নিজ বুকুফালি হৃদয়ত ৰাম নাম অঙ্কিত চিহ্ন দেখুৱাই দিছিল। "জয়, ৰাম ভক্ত হনুমানজী।" হনুমান মন্দিৰ দৰ্শন কৰি 'কণক ভবন' চাবলৈ গলো। 'কনক ভবন' কোনোবা ৰজাই সজোৱা সীতাৰামৰ মন্দিৰ। মন্দিৰৰ চৌহদত সোমালে কোনোবা ৰাজ অট্টালিকাত সোমাৱা যেন লাগে। মন্দিৰৰ ভিতৰত স্বৰ্ণ সিংহাসনত উপবিষ্ট সোণৰ ৰাম-সীতা, ওপৰত সোণ-ৰূপৰ ছত্ৰ। মনত এনে ভাব হয় যেন শ্ৰীৰামচন্দ্ৰই ৰাজ সিংহাসনত বহি ৰাজ্য শাসন কৰি আছে। —অলেখ দৰ্শন প্ৰাৰ্থী। আমিও দৰ্শন কৰি কৃতাৰ্থ হলো। মন্দিৰৰ বাকী ভৱন বিলাকত ৰামায়ণ পাঠ, ভগবত পাঠ, শাস্ত্ৰীয় আলোচনা হৈ আছিল। বৰ ভাল লাগিল দৰ্শন কৰি। অযোধ্যাত বহু সাধু সন্ন্যাসীৰ সমাগম দেখিলো। সেইদিনাৰ কাৰণে দৰ্শন শেষ কৰি থকা ঠাইলৈ ফিৰিলো।



পিছদিনা পুৱা সৰযুত স্নান কৰিবলৈ যাবৰ নিমিত্তে মনস্থ কৰি ৰিক্সাৱালাক মাতিলো। আযোধ্যাত বৰ মাখি। ঘৰটোত যদিও দৰজা আৰু খিড়িকী বোৰত মহ, মাখি সোমাব নোৱাৰাকৈ জাল দিয়া আছে তথাপিও মাখিৰ উৎপাতৰ পৰা হাত সাৰিব নোৱাৰিলো। ভাত পানী খাই অলপ বিশ্ৰাম কৰিলো। আবেলি ষ্টেচনলৈ অহা ৰাস্তাটোতে অলপ ঘুৰাঘুৰি কৰি সন্ধ্যা লাগিবৰ সময় হোৱাত ফিৰিলো। আমি থকা ঘৰটোৰ পৰা পাঁচ-শ ফুটমান দূৰতে চৰকাৰী যাত্ৰীবাহী বাচ ষ্টেচন। পিছদিনা পুৱা সাতমান বজাতে ৰিক্সাৱালাই আহি আমাক লৈ গল, প্ৰথমে সৰযু নদীত স্নান কৰিবলৈ। —সৰযু পালোহি। পাৰে পাৰে ৰিক্সাৱালাই লৈ গৈ আছে। সৰুতে ৺দেউতাৰ মুখত শুনা সৰযু নদীৰ শ্ৰীৰামচন্দ্ৰৰ কাহিনীবোৰ মনত পৰিছে। ৰামচন্দ্ৰই গুহকৰ নাওত উঠি সৰযু নদী পাৰ হৈছিল। সেই নাও শ্ৰীৰামচন্দ্ৰৰ পাদ স্পৰ্শত সোণৰ হৈ পৰিছিল, আৰু লগে লগে গুহক চণ্ডালক আঁকোৱালি ধৰিছিল জগত পতি শ্ৰীৰাম চন্দ্ৰই। মুক্তি লাভ কৰিলে গুহকে। সৰযুৰ পাৰত ৰাম, সীতা, লক্ষণে বনবাস কৰিছিল। কত কাহিনী আছে মহাভাৰতৰ সৰযুক লৈ। সৰযু ৰামচন্দ্ৰৰ স্মৃতিৰে পৰিপূৰ্ণ। মন মহাভাৰতৰ যুগৰ কাহিনীলৈ উৰি গৈছিল। ৰিক্সাৱালাৰ মাততহে সম্বিত ফিৰি আহিল। "স্নান ঘাট পালোহি, নামক।" নামি কাপোৰৰ বেগ লৈ স্নান ঘাটলৈ গলো। পাহাৰত বৰষুণ দিয়াৰ কাৰণে নদী ওফন্দি পৰিছে, পানী বৰ ঘোলা। মানুহৰ গম পাই কাচবোৰ পানীৰ কিনাৰলৈ আহিছে, কিবা খাবলৈ পোৱাৰ আশাত। ডাঙৰ ডাঙৰ কাচ, প্ৰথমে নামিবলৈকে ভয় লাগে, পিছে একো নকৰে, সকলোৱে তাৰ মাজতে গা ধুইছে, আমিও ধুলো।

স্নান কৰি কাপোৰ সলাই পুনৰ হনুমান গড়ীলৈ আহিলো। তলতে ফুলৰ মালা আৰু প্ৰসাদ কিনি মন্দিৰলৈ উঠিলো। পূজাৰীয়ে মালা আৰু প্ৰসাদ হনুমানক নিবেদন কৰি আমাক নিৰ্মালি আৰু

প্রসাদ দিলে। সেৱা কৰি আমি নামি আহিছো, এনেতে দেখিলো চিৰিৰ দুই কাষে বান্দৰে প্ৰসাদ খাবলৈ খাপ পাতি আছে। সিহঁতক অলপ প্ৰসাদ বিতৰণ কৰি বিক্সাত উঠিলোহি। বিক্সাৱালাই আমাক লৈ গল দশৰথ আৰু চাৰি ভাইৰ মন্দিৰলৈ। 'ভৰত মিলাপ', ৰাম সীতাৰ মন্দিৰ আৰু অগনন মন্দিৰ আছে। সকলোবোৰ দৰ্শন কৰিবলৈ হলে যথেষ্ট সময়ৰ দৰকাৰ। আমি প্ৰধান মন্দিৰ কেইটা দৰ্শন কৰি ৰাম চন্দ্ৰৰ জন্ম স্থান আৰু ৰাজপ্ৰাসাদ চাই উভতি আহিলো।

বিক্সাৱালাক বিদায় দি চাহ খাই ৰন্ধা বঢ়া কামত লাগিলো আৰু এখেতে বিছনা দুখন বান্ধিলে। খোৱা বোৱা কৰি অলপ জিৰণি লৈ বেলওৱে ষ্টেচনলৈ আহিলো। ষ্টেচনত আহি শুনো যে বেল দুঘণ্টা দেৰী। মনে মনে বৰ অনুশোচনা আহিল। আগতে জনা হলে অযোধ্যাখন আৰু অলপ চাব পাৰিলোহেঁতেন। তাত কেইবাখনো আশ্ৰম আছে। আশ্ৰমলৈ যাবলৈ বৰ ইচ্ছা আছিল, পিচে সময়ৰ অভাবত হৈ নুঠিলগৈ। ষ্টেচনতে বহি বান্দৰৰ কাণ্ড কাৰখানা চাই সময় কটাবলৈ ধৰিলো। এবাৰ দেখিলো বান্দৰ এটাই এজন মানুহৰ চেণ্ডেল এপাট লৈ ষ্টেচনৰ ঘৰৰ ওপৰত উঠিলগৈ। চেণ্ডেল জোৰ খুলি থৈ বেঞ্চ এখনতে বহি তেঁৱো আমাৰ নিচিনাকৈয়ে ইটো সিটো চাই সময় কটাইছিল। কোন তলকত বান্দৰটোৱে চেণ্ডেল এপাট লৈ লৰ মাৰিলে তৎ ধৰিবই নোৱাৰিলে। মানুহে চিঞৰাতহে নিজৰ অৱস্থাৰ কথা জানিব পাৰিলে। কল এটা দেখুৱাই মাতি কলটো দিলতহে চেণ্ডেল পাত দিলে। এনেকৈয়ে বান্দৰৰ কাৰ্য্য কলাপ চাই থাকোতেই আমনি লগা সময় খিনি পাৰ হল। ট্ৰেইন আহিল, আমিও উঠি পৰিলো। আঠ মান বজাত বাৰানসী আহি পালোহি। মাল পত্ৰ লৈ ষ্টেচনৰ ওৱা নামোতেই আহিল হোটেলৰ মানুহ। নিজৰ নিজৰ হোটেললৈ টনা আজোৰা কৰিবলৈ। বৰ জুলুম কৰে। অৱশ্যে নিজৰ গন্তব্য স্থান জনা থাকিলে একো কৰিব নোৱাৰে।



আমি এটা হোটেলত উঠিলোগৈ। ৰাতি তাতে থাকিলো। পিছদিনা বঙালী ভদ্ৰলোক এজনৰ সহায়ত সত্যালোকত দুমহলা ঘৰ এটাৰ তলৰ এটা কোঠা ভাড়া ললো, দিনে তিনি টকাত। ওচৰতে বজাৰ, মাছ তৰকাৰী আদি সকলো বস্তুৱেই পোৱা যায়। লাগতিয়াল খোৱা বস্তু কিনি দুৱাতিৰ নিমিত্তে ঘৰ খন পাতি ললো।

পিছদিনা ৰাতিপুৱাতে স্নানৰ নিমিত্তে গঙ্গাৰ মনিকাৰ্ণকা ঘাটলৈ আৰু আমাৰ স্বৰ্গীয় পিতৃদেৱতা চন্দ্ৰনাথ শৰ্মাৰ অস্থি গঙ্গাত বিসৰ্জন দিবলৈ আহিলো। যথা বিহিত শাস্ত্ৰীয় নিয়মেৰে ব্ৰাহ্মণ পণ্ডিতৰ পৌৰহিত্যত অস্থি গঙ্গাত নিক্ষেপ কৰা হল। "পিতা স্বৰ্গঃ পিতা ধৰ্ম পিতাহি পৰমং তপঃ পিতৰি প্ৰীতিমাপন্নে প্ৰীয়ন্তে সৰ্ব দেৱতাঃ"। মন্ত্ৰেৰে পিতৃ দেৱতাৰ উদ্দেশ্যে সেৱা জনাই মনত শান্তি লাভ কৰিলো। আমাৰ দেউতা, যি জনেই আমাৰ মনত পৰা বয়সৰ পৰা আমাৰ হৃদয়ত ভগবানৰ প্ৰতি ভক্তি ও প্ৰেমৰ প্ৰথম পুলিটি ৰোপণ কাৰছিল, যিজনৰ পৰোপকাৰৰ আৰু জ্ঞানৰ কথা কৈ শেষ কৰিব নোৱাৰি, যিজনে শেষ মুহূৰ্তলৈকে ভগবানৰ প্ৰতি ভক্তি, বিশ্বাস ও প্ৰেম অটুট ৰাখি সৎ আৰু নিঃস্বাৰ্থ ভাবে আদৰ্শময় জীৱন অতিবাহিত কৰি গল, সেই পিতৃদেৱতাৰ উদ্দেশ্যে পূণ্যসলিলা জাহ্নবীৰ পাৰত থিয়হৈ শত শত বাৰ প্ৰণাম জনালো।

কাশী—শিৱময় কাশীৰ আন এটা নাম বাৰাণসী—বৰুণা আৰু অসী নামে দুখন নৈৰ সঙ্গম স্থান। সেই কাৰণে নাম হল বাৰাণসী বা বেনাৰস। কাশীৰ প্ৰাচীন শিব মন্দিৰ আওৰংজেবে ধ্বংস কৰি তাৰ ওপৰতে মছজিদ সাজিছিল। এই মছজিদৰ তলৰ ভাগত হিন্দু স্থাপত্যৰ সুন্দৰ নিদৰ্শন এতিয়াও আছে। বৰ্তমান মন্দিৰ, ৰাণী অহল্যাবায়ে সজোৱা আৰু পঞ্জাব কেশৰী ৰণজিৎ সিংহই মন্দিৰ স্বৰ্ণ মণ্ডিত কৰি দিলে। ওচৰতে অন্নপূৰ্ণা মন্দিৰ, গঙ্গাৰ ঘাট সকলো প্ৰান্তৰ জনতাৰ সমাৰোহ। পকাৰে বন্ধোৱা অসংখ্য ঘাট, প্ৰত্যেক ঘাটৰ নাম আছে। ৰজা মহাৰজাই বন্ধোৱা ঘাটবোৰ নিজৰ

নিজৰ ষ্টেটৰ নাম অনুসৰি। তাৰ উপৰিও আছে দশাশ্বমেধ ঘাট, য'ত অশ্বমেধ যজ্ঞ হৈছিল। মণিকৰ্ণিকা ঘাট, হৰিশ্চন্দ্ৰ ঘাট—ৰজা হৰিশ্চন্দ্ৰই নিয়তিৰ বিধানত চণ্ডালহৈ শৱদাহ কৰিছিল ও শেষত নিজৰ পুতেকৰ শেষকৃত্য কৰিবলৈ ওলাইছিল। ইয়াৰ বাহিৰেও কেদাৰ ঘাট, অসীঘাট, চৌষষ্ঠি যোগিনী ঘাট এনেকৈ গঙ্গাক অৰ্দ্ধ চন্দ্ৰাকৃত ভাবে বান্ধি বহু ঘাটৰ সৃষ্টি হৈছে।

মণিকৰ্ণিকা ঘাট—জাহ্নবীৰ পাৰত ওখ পকাৰে বন্ধোৱা চোতাল, তাত দিনে নিশাই শেষকৃত্য হৈ আছে। চিতাৰ জুই অনবৰতে জ্বলি থাকে, কিমান যে শৱ পেলাই থৈছে। "ৰাম নাম সৎ হেয়" বুলি ৰাস্তাত শৱ যাত্ৰা আহিয়েই আছে। ওচৰতে চিতাৰ অৱশিষ্ট পেলাই দিছে। নাড়ী-ভুৰি, ছাই, এঙ্গাৰ লৈ কাউৰী কুকুৰৰ টনা আজোৰা, তালৈ কাৰো ভ্ৰূক্ষেপ নাই, সঙ্কোচ নাই। অগনন মানুহে উদাৰ নীল আকাশৰ তলত মহাশ্মশান ঘাট মণিকৰ্ণিকাত স্নান কৰি মনত পবিত্ৰতা অৰ্জন কৰিছে। সেই চিতাৰ অৱশিষ্ট অনায়াসে পাৰহৈ আহিছে। ক'তা মনততো কাৰো সংস্কোচ বা ভয় নাই!

ইয়াত দেৱীৰ মণিকুণ্ডল পৰিছিল কাৰণে এই ঘাটৰ নাম মণিকৰ্ণিকা। হে অগ্নি প্ৰজ্বলিতা, গৈৰীক বসনা, বৈৰাগীনি মণিকৰ্ণিকা শ্মশান ভূমি, তোমাক প্ৰণাম জনাও।

হিন্দু বিশ্ববিদ্যালয়—পণ্ডিত মদন মোহন মালব্যজীৰ আদৰ্শেৰে গঢ়িত কাশী হিন্দু বিশ্ববিদ্যালয়। সুন্দৰ, পৰিস্কাৰ-পৰিচ্ছন্ন, চালে চকু ৰোৱা বিশ্ববিদ্যালয় এলেকা। পিচ ঢলা ৰাস্তাৰ দুয়ো কাষে আম্ৰবৃক্ষই ৰাস্তাৰ সৌন্দৰ্য্য বঢ়াই পথচাৰীৰ মনত আনন্দ বৰ্ধন কৰে। সুন্দৰ সুন্দৰ ছাত্ৰাবাস। সকলো বিলাক প্ৰায় দানৰ ওপৰত প্ৰতিষ্ঠিত। তাতে ৰূপত বহন সানিছে বিশ্বনাথ মন্দিৰে। মাৰ্বল পাথৰৰ তুখলপীয়া মন্দিৰ। মন্দিৰৰ গাত ধৰ্মমূলক কাহিনীৰ চিত্ৰ। গীতাৰ শ্লোক ভাঙনিৰে সৈতে লিখি থৈছে। ইংৰাজীতো তাৰ সাৰমৰ্ম দিয়া আছে। মন্দিৰত প্ৰতিষ্ঠিত দেবতা শিৱ। বিশাল মাৰ্বল পাথৰৰ



মন্দিৰ, সুশোভিত পুষ্প কানন। দৰ্শন কৰি মনত প্ৰশান্তি লাভ হয়।

আমি সেইদিনা সকলো দৰ্শনীয় স্থান চাই আমাৰ ছোৱালী দে'লা আৰু জোৱাই শ্ৰীমান প্ৰফুল্লৰ অনুৰোধত ইউনিভাৰচিটিৰ আলীহ থকা ঘৰত থাকিলো। তেওঁলোকে সেই সময়ত হিমাচল প্ৰদেশৰ পৰা ঘুৰি আহি তাতে আছিল। গধুলা দে'লাৰ লগত ইউনিভাৰচিটিৰ প্ৰফেচাৰ শ্ৰীদাসৰ ঘৰলৈ গলো। তেওঁলোকক লগ পায় বৰ ভাল লাগিল, স্বামী স্ত্ৰী দুয়ো বৰ অমায়িক। আমাক বৰ আদৰ কৰিলে। মিচেছ দাসক মই আগৰে পৰা জানো। তেজপুৰৰ জীয়াৰী। ময়ো তেজপুৰৰে, সেই সূত্ৰে মই তেখেতক বাইদেউ বুলি মাতো। তেখেত সকলৰ পৰা বিদায়লৈ আমি গেষ্ট হাউচলৈ ফিৰিলো।

পিছদিনা পুৱা আমাক আন এজন লেক্‌চাৰাৰ শ্ৰীশৰ্মাই, ঘৰলৈ চাহৰ নিমন্ত্ৰণ কৰিছিল। তেওঁ শ্ৰীমান প্ৰফুল্লৰ বন্ধু। শ্ৰীশৰ্মাৰ ঘৰ আমি থকা ঠাইৰপৰা কিছু দূৰত, লগত দে'লাকো ললো। তেখেতসকলৰ লগত চিনা পৰিচয় হৈ জানিব পাৰিলো, তেখেতসকলৰ ঘৰ মধ্যপ্ৰদেশৰ মৰেণা জিলাত। —"আপুনি তেনেহলে কুখ্যাত ডকাইতৰ দেশৰ মানুহ।" —"আপুনি ঠিকেই কৈছে। ডকাইতৰ কাৰণে আজিও মই ঘৰলৈ যাবলৈ ভয় কৰো। এবাৰ মই ডকাইতৰ পাকত পৰিছিলোৱেই।" শ্ৰীশৰ্মাৰ ঘৈণীয়েকে কলে—"তেওঁৰ বৰ্তমান ঘৰলৈ যাবলৈ সাহ নাই, ময়েই মাজে মাজে যাওঁ।" মই সুধিলো,—"এতিয়া জানো কুইন্স চাহাবৰ 'চম্বল ভেলিৰ' ডকাইত অপাৰেসনৰ পিচত কিবা ভয় আছে?" শৰ্মাই কলে—"আছেতো, নতুন নতুন দলৰ সৃষ্টি হৈয়ে আছে। আজি কালি তিকতা ডকাইতো হৈছে। আমাৰ তাত মানুহৰ মনত শান্তি নাই। ডকাইত অহা গম পালেই মানুহে ঘৰ-বাৰী এৰি গুচি যায়।" মই সুধিলো,—"তেনেহলে আপুনি ঘৰলৈ নেযায় নেকি?" শৰ্মাই কলে,—"দৰকাৰ নাই মোৰ ঘৰৰ। ইয়াতেই শান্তিত আছো।"

এনেতে মিচেছ শৰ্মাই দহিবৰা, পায়স, পাকুৰা ও চাহ লৈ আহিল। —তেওঁ ঘৰতে ম'হ পুহিছে, ঘৰৰ গাখীৰ। সকলোৱে চাহ জলপান খাই তেওঁলোকৰপৰা বিদায়লৈ আমি তিনিও সত্যলোকত থকা আমাৰ ঘৰলৈ আহিলো। সেইদিনা তেওঁলোকৰ আতিথ্যত আমি মুগ্ধ হৈছিলো।

আহোতে বাটত বজাৰত সোমাই বৌমাছ, বিলাহী, ধনীয়া শাক আৰু কাশীৰ সুস্বাদু মাখন যেন লগা বৰ বেঙেনা লৈ আহিলো। দে'লাই বহুদিন আমাৰ মাছৰ টেঙা আঞ্জাখন খাবলৈ পোৱা নাই। সেইদিনা আবেলিৰ ট্ৰেইনত শিৱসাগৰলৈ ফিৰিব। জোৱাই, শ্ৰীমান প্ৰফুল্ল আহিব নোৱাৰিলে। শ্ৰীশৰ্মাই তেওঁক দুপৰীয়া ভাতৰ নিমন্ত্ৰণ কৰিছিল। দে'লাকো মাতিছিল। পিচে শ্ৰীশৰ্মাক কৈ দে'লাক আমি লৈ আহিলো। সত্যলোকত আমাক এই ঘৰটো শ্ৰীসূৰ্য্যকান্ত ভট্টাচাৰ্য্যই বন্দবস্ত কৰি দিছিল। তেখেতসকল দুই ভাই ককাই। ডাঙৰজন, শ্ৰীপশুপতী ভট্টাচাৰ্য্য তেজপুৰৰ চৰকাৰী বঙালী হাইস্কুলৰ সংস্কৃত শিক্ষক। তেখেত আমাৰ স্বৰ্গগত পিতৃদেৱৰ বৰ বন্ধু মানুহ। ভায়েক, শ্ৰীসূৰ্য্যকান্ত ভট্টাচাৰ্য্যও পিতৃদেৱৰ সোদৰ প্ৰতিম। তেখেত ৺দেউতাৰ তীৰ্থ আৰু অন্যান্য ভ্ৰমণৰ সঙ্গী হিচাপে ১৯৬৩ চনত লগত গৈছিল। পশুপতিবাবুৰ পৰিয়াল কাশীতে ঘৰ ভাড়া কৰি থাকে। পূৰ্ববঙ্গৰপৰা দেশ বিভাজনত অহা। আমাক ১৯৬২ চনত বেনাৰসলৈ আহোতে তেখেতে থকামেলাৰ বন্দবস্ত কৰি দিছিল। সূৰ্য্যবাবু মানুহজন বৰ পৰোপকাৰী আৰু নিষ্ঠাবান।

মই ঘৰ পায়েই পশুপতি বাবুৰ স্ত্ৰীৰপৰা কেইটামান বাচন খুজি আনিলো, কাৰণ আমি নিচেই কম ৰন্ধা-বঢ়া সজুলি লৈ ফুৰিছিলো। স্টোভ জ্বলাই দাইল কেইটা বহাই, মাছ ও তৰকাৰী কাটি-কুটি দে'লাক লৈ গলো ওচৰৰ কোঠাটোত ত্ৰিশ পয়ত্ৰিশ বছৰ ভাড়ালৈ থকা আশী বছৰীয়া বুঢ়ী দিদিমাৰ ওচৰলৈ। তেখেতৰ লগত আমাৰ ১৯৬২ চনৰে পৰা চিনাকী। গৌৰবৰ্ণা, অলপ কুজা,



ক্ষীণ, ধুনীয়া গঢ়পিতৰ দিদিমাই দে'লাক দেখি বৰ মৰম চেনেহ কৰিলে আৰু তাইক তেখেতৰ গুৰুদেৱৰ আৰু ইষ্টদেৱতাৰ ছবি দেখুৱাই আমাক বহিবলৈ দি, দে'লাৰ লগত কথা বতৰা পতাত লাগিল। মই ইতিমধ্যে দাইল সিজাত, সন্তাৰ দি থৈ, মাছৰ টেঙাখন বহাই তেখেতৰ কথা শুনিবলৈ বহি পৰিলো। তেখেত আমাৰ ৺দেউতা আৰু ৺জেঠাইৰ বৰ গুণ মুগ্ধা আছিল। কাশীত জেঠাই আৰু দেউতা তেওঁলোকৰ লগত একেটা বিল্ডিংতে আছিল। দে'লাই তেখেতৰ বিষয়ে সোধাত তেখেতৰ জীৱনৰ এটি কৰুণ কাহিনীৰ পাতনি মেলিলে।

তেখেতৰ স্বামী আছিল কলিকতাৰ এজন ধনী লোহা ব্যৱসায়ীৰ ল'ৰা। তেওঁলোক দুজন ভাই, ককাই। ককায়েকে দেউতাকৰ ব্যৱসায়ত ধৰিলে আৰু ভায়েকে পঢ়িলে ডাক্তৰী। চতুৰ্থ বাৰ্ষিকত উঠোতেই ককায়েকে ভায়েকৰ বিয়া পাতিবলৈ মন কৰিলে। আগৰ ল'ৰা ছোৱালী সৰুতেই বিয়া দিছিল। ভায়েকক বিয়াৰ কথা ক'লত, তেওঁ আপত্তি কৰি ক'লে, "আগেয়ে মোৰ ডাক্তৰী পঢ়া শেষ কৰি লও।" ককায়েকে কলে, "তোৰটো পঢ়াত একো দিগদাৰ নহয়, বৌমা আমাৰ লগত থাকিব আৰু তই হোষ্টেলত থাকি পঢ়িবি।" অগত্যা তেওঁ সম্মত হল। অনিন্দ্য সুন্দৰী, গৌৰবৰ্ণা কিশোৰী মীৰাৰ লগত তেওঁৰ বিয়া হৈ গল। ফুল-শয্যাৰ ৰাতি বালিকা বধূৰ সলজ্জ নম্ৰ মুখৰ ফালে চাই স্বামীয়ে প্ৰাণভৰা ভালপোৱা উজাৰি দি ভবিষ্যতৰ কত মধুৰ কল্পনাৰ ছবি আকিছিল! এদিন মীৰাক কৈছিল, "বুজিছা মীৰা, দেউতাৰ মোক ডাক্তৰী পঢ়াবলৈ অকনো ইচ্ছা নাছিল। তেখেতৰ ইচ্ছা, ময়ো দাদাৰ লগতে ব্যৱসায়ত ধৰো। কিন্তু, মোৰ ডাক্তৰী পঢ়িবলৈ সৰুৰে পৰা ইচ্ছা, কিয় জানা?" সলজ্জতাৰে নৱবধূ মীৰাই কৈছিল, "ওহো নেজানো।" "মোৰ মনৰ অভিলাষ, ডাক্তৰ হৈ মই ধনৰ অভাৱত চিকিৎসা কৰিব নোৱাৰা সকলক বিনা পয়চাই চিকিৎসা কৰিম। দেউতাৰ ব্যৱসায় দাদাই চলাব আৰু

মই যদি মোৰ মনৰ অভিলাষৰ পথত আগুৱাই যাব পাৰো তেনেহলে নিজকে ধন্য মানিম। ভগবানে যেন মোৰ মনোবাঞ্ছা পূৰ্ণ কৰে।”

মীৰাৰ স্বামীয়ে প্ৰথম বিভাগত সুখ্যাতিৰে এম, বি পাচ কৰিলে আৰু লগে লগেই ডাক্তৰী আৰম্ভ কৰিলে। তেওঁলোকৰ প্ৰথম পুত্ৰ সন্তান জন্ম হল। পুত্ৰ মুখ চাই দম্পতি যুগল সুখত বিভোৰ হল। পুত্ৰক লৈ কত জল্পনা কল্পনা। “জানা মীৰা, মই মোৰ ল'ৰাক ডাক্তৰী বিদ্যাত শিক্ষা দিম, সি যাতে মোৰ আদৰ্শ লব পাৰে।” “নহয় দেই, ডাক্তৰী পঢ়িবলৈ মই নিদিও, বিশেষকৈ তোমাৰ নিচিনা হবলৈ। তোমাকটো মই নেপাওৱেই, ৰোগী চাই ফুৰোতেই যায়। সি হব শিক্ষাবিদ।” ল'ৰাৰ নাম থলে সুশান্ত। এনেকৈ সুখ সন্তোষ ও মধুৰতাৰ মাজেৰে দুবছৰ পাৰ হল। সুশান্তৰ আধাফুটা মাত, থৰকবৰক কৈ কঢ়া খোজে ঘৰ খনত এটা আনন্দ মধুৰ পৰিবেশৰ সৃষ্টি কৰিলে।

এদিন ৰোগী চাই বহু ৰাতি ডাক্তৰ ঘৰলৈ ফিৰি আহি চকীখনত বৰ শ্ৰান্ত হৈ বহি পৰি মীৰাক কলে, “মীৰা মোৰ দেখোন গাটো বৰ বেয়া লাগিছে, মূৰটো বিষাইছে, জ্বৰ উঠিছেনেকি চোৱাচোন।” শঙ্কিত হৈ স্বামীৰ গাত হাতদি চাই যে, গা খুব গৰম। লৰালৰিকৈ গৰম পানীৰে হাত ভৰি ধুৱাই বিছনাত যতনেৰে শুৱাই থলে। পিছদিনা ডাক্তৰ আহিল। চালে। চিকিৎসা চলিল। জ্বৰে নেৰা হল। দুৰাৰোগ্য ব্যাধিয়ে লগ ললে। চিকিৎসা, শুশ্ৰূষা, ভগবানৰ ওচৰত প্ৰাৰ্থনা একোৱে কাম নকৰিলে। মীৰাৰ মূৰত আকাশী স্বৰগ ভাগি পৰিল। স্বামী আৰু ভাল নহল। আঠ মাহ ভুগি ইহলীলা সম্বৰণ কৰিলে।

অভাগিনীয়ে পুত্ৰক বুকুত সাৱটি লৈ জীৱন অতিবাহিত কৰিবলৈ ধৰিলে। জেঠালেকৰ দুটা ল'ৰা, এজনী ছোৱালী। এই সকলো-বিলাকৰ মৰম চেনেহৰ মাজত মীৰাই বুকুৰ ধন সুশান্তক লৈ জীয়াই থাকিল।



এনেকৈ বেচিদিন নগল। ঘৰলৈ দুৰ্ভাগ্য নামি আহিল। পাঁচ বছৰৰ পিচত হঠাতে কলেৰা হৈ জেঠালেক আৰু জাক ধুকাই থাকিল। সেই ল'ৰা ছোৱালী তিনিটাৰো ভাৰ মীৰাৰ ওপৰতে পৰিল। ছোৱালীজনীক সৎ, শিক্ষিত, ধনী পাত্ৰতে বিয়া দিলে। ল'ৰা দুটাৰ ডাঙৰটোৰ শিক্ষা-দীক্ষা বিশেষ নহল, কাৰবাৰ চলায় আৰু সৰুটোৱে কলেজত পঢ়ে।

চাওঁতে চাওঁতে সুশান্ত কলেজ পালেগৈ। চোকা ল'ৰা, পঢ়াশুনাত সদায় ভাল ৰিজাল্ট কৰি আহিছে। মাকলৈ বৰ মৰম। মাকক সাৱট মাৰি ধৰি কয়, “মা তুমি মনত দুঃখ কৰি নেথাকিবা চোন, চাবাচোন মই তোমাক কিমান সুখত ৰাখিম। কোৱাচোন মা, তুমি বাৰু মই কি কৰিলে ভাল পাবা?”

সুশান্তই বি, এ পঢ়িছে। মাকৰ ইচ্ছা সি এম, এ পাচ কৰি ৰিছাৰ্চ কৰক। কলেজৰপৰা আহিয়েই জলপান খাই সদায় মাকৰ লগত বহি কথা পাতে। এদিন সি মাকক সুধিলে, “মা তুমি সদায় কি ভাবি থাকা মোক কবাচোঁন?” মাকে কলে, “বাবা, মোৰ ইচ্ছা তোৰ বিয়া দি মই কাশীবাস কৰিম আৰু দুখীয়া দৰিদ্ৰক সহায় কৰিম।” “মা, মই তোমালৈ মাহে পাঁচ শ কৰি টকা পঠাম আৰু তুমি ইচ্ছামতে দীন দুঃখীয়াক সহায় কৰিবা।” মাকে মনে মনে পুত্ৰক আশীৰ্বাদ দি ভগবানৰ ওচৰত মঙ্গল কামনা কৰিলে।

বি.এ পৰীক্ষা দিলে সুশান্তই। যথা সময়ত পৰীক্ষাৰ খবৰ ওলাল। বন্ধু অনিল দৌৰী আহিল সুশান্তই সুখ্যাতিৰে পাচ কৰা খবৰ লৈ। “মাহীদেউ, মিঠাই খুৱাব লাগিব। সুশান্ত ইতিহাসত প্ৰথম শ্ৰেণীৰ প্ৰথম।” পুত্ৰৰ আনন্দোজ্জল মুখলৈ চাই মাকৰ মনত পৰিল স্বৰ্গগত স্বামীলৈ। চকুৰ পানী সামৰিব নোৱাৰিলে। লৰালৰিকৈ পুতেকে দেখে বুলি শাৰীৰ আচলৰে চকুপানী মচি পেলালে। ঘৰখনত সেইদিনা আনন্দৰ ৰোল উঠিল। সকলোৱে সুশান্তৰ কৃতকাৰ্য্যতাত অন্তৰেৰে আনন্দ প্ৰকাশ কৰিলে।

কেইদিন মানৰ পিচত এদিন পুৱা সুশান্ত বিছনাৰপৰা নুঠা দেখি মাকে তাৰ কোঠালৈ গৈ চাই দেখে যে সি শুই আছে। মাকে তাক জগাই দিয়াত সি কলে, "মা মোৰ বৰ জ্বৰ উঠিছে।" চায় যে হয়। সেই জ্বৰেই কেইদিনমানৰ পিছত 'টাইফডত' পৰিণত হল। কলিকতাৰ বিখ্যাত চিকিৎসক ডাঃ নীলৰতন চৰকাৰৰ চিকিৎসা চলিল। মাকে পুতেকৰ শুশ্রূষাত খোৱা বোৱা এৰিলে। তেওঁ পুত্ৰৰ কাষৰপৰা নুঠিল। ঘৰৰ মানুহে জোৰ কৰি উঠাই, বুজাই বঢ়াই দুটামান খুৱাইগৈ। সুশান্তই মাকক অনবৰতে বিচাৰে। সি কয়, "মা তুমি চিন্তা নকৰিবা মই ভাল হ'ম নহয়।" কিন্তু মাতৃৰ আকুলিত প্ৰাৰ্থনা, ডাক্তৰৰ চেষ্টা সকলো ব্যৰ্থ হৈ গল। সুশান্ত আৰু ভাল নহল। দুৰ্ভাগিনীৰ একমাত্ৰ বুকুৰ ধন ভগবানে কাঢ়ি লৈ গল। মীৰা মূৰ্চ্ছিত হৈ পৰিল। সাত আঠ দিন পানী এটোপাও গ্ৰহণ নকৰাত, ঘৰৰ মানুহ মীৰাৰ জীৱনৰ কাৰণে চিন্তিত হৈ পৰিল। কাশীৰপৰা মীৰাৰ গুৰুদেৱক তাঁৰ যোগে মতাই অনালে। গুৰুদেৱ আহি, মূৰ শিতানত বহি মূৰত হাত থৈ জপ কৰি মাত দিলে, "মা", "মা"। মাতত চক্ খাই উঠিল মীৰা। পুত্ৰ ঘূৰি আহিল নেকি? চকু মেলি চাই দেখে, যে গুৰুদেৱ। মীৰাই ভাবিছিল এই সংসাৰত 'মা' সম্বোধন কৰিবলৈ কোন আছে? পুত্ৰই বোধকৰো ঘূৰি আহিল। মূৰ শিতানত গুৰুদেৱক দেখি সপোন ভাঙিল। গুৰুদেৱে কলে, "মা, বিশ্বনাথৰ প্ৰসাদ লৈ আহিছো, মুখত দিয়া, বাবা বিশ্বনাথে তোমাক শান্তি দিব।"

মীৰাই ক্ষীণ মাতেৰে কলে, "গুৰুদেৱ, শান্তি? হায় ভগবান! মই আপোনাৰ গুৰুবাক্য পালন কৰিম যদিহে আপুনি মোক মোৰ এটা অনুৰোধ ৰাখিব বুলি আশ্বাস দিয়ে।"

"সাধ্যাতীত নহলে নিশ্চয় ৰাখিম।"

"মোৰ জীৱনৰ বাকী দিনকেইটা বিশ্বনাথৰ চৰণ তলত পৰি থকাৰ ব্যৱস্থা কৰি দিয়ক।"



"তথাস্তু!"

মীৰা উঠি বহিল, গুৰুদেৱ প্ৰদত্ত বিশ্বনাথৰ প্ৰসাদ মুখত ললে।

বুঢ়ী দিদিমাই কলে, "তেতিয়াৰপৰা বিশ্বনাথৰ চৰণ তলত শেষ দিনটোৰ কাৰণে বাট চাই আছো। প্ৰথম অৱস্থাত মা লগত আছিল। স্বামী ঢুকুৱাৰ এবছৰৰ পিছত মোৰ পিতৃদেৱও হঠাতে ঢুকাল? মা ঢুকুৱা কেই বছৰমান হল।" দে'লা আৰু মোৰ চকুৰ পানী দেখি দিদিমাই কলে—"মোৰ করুণ কাহিনীয়ে তোমালোকক কষ্ট দিলে মা।"

কাশীত তেওঁ এতিয়াও অকলেই থাকে। ঘৰৰপৰা ভতিজা পুতেকৰ নাতিনীয়েকহঁতে টকা পঠাই, তাৰেই তেওঁ চলে। ৰন্ধা-বঢ়া নিজেই কৰে, মাত্ৰ কাম কৰা মানুহ এজনীয়ে বাচন কেইটা ধুই থৈ যায়। সকলো ব্ৰত উপবাস পালন কৰে। বৰ নিষ্ঠাৱতী মহিলা।

মোৰ ৰন্ধা-বঢ়া হলত আমি তিনিও খাইবৈ দে'লাক থবলৈ গলো। সেইদিনা আবেলি ছয়মান বজাৰ বেলত দে'লা আৰু প্ৰফুল্লক থবলৈ আমি সকলোবোৰ গেষ্ট হাউচৰপৰা বেনাৰস ষ্টেচনলৈ আহিলো। ট্ৰেইন এৰাৰ পিচত আমি উভতি আহিলো সত্যালোকলৈ।

পিছদিনা পুৱা 'ন' বজাৰ বেলত আমি পাটনালৈ আহিলো। পাটনা এটা ডাঙৰ জংছন। পাটনাত ৰেলওৱে ৰিটাইয়েৰিং ৰুমতে থাকি বেলেৰে ৰাজগৃহ বা ৰাজগীৰলৈ আহিলো। ৰাজগীৰ পাওতে ৰাতি চাৰে 'ন' মান বাজিল। ষ্টেচনৰ ৰিটাইয়েৰিং ৰুমত থাকিবলৈ ষ্টেচন মাষ্টৰক কোৱাত, তেওঁ কলে,—"আপোনালোকে চৰকাৰী টুৰিষ্ট লজলৈ যাওক, ওচৰতে আছে, তাত সকলো সুবিধা পাব। ৰাজগৃহৰ দৰ্শনীয় ঠায়ো ওচৰ হব।" তেওঁৰ কথা মতেই আমি টুৰিষ্ট লজলৈকে আহিলো আৰু মেনেজাৰক কোৱাত এটা কোঠা দিলে, দিনে ভাড়া পাঁচ টকা। ঘৰটো নতুন, কোঠাবিলাক বেচ আহল বহল ও আজিকালিৰ আধুনিক ৰুচি সন্মত। লগত অনা

বস্তুকে খাই ৰাতিটোৰ কাৰণে শুই পৰিলো। পাটনাৰপৰা ৬৪ মাইল দূৰত ৰাজগীৰ। মটৰ আৰু ৰেলৰ দুইটা পথেই আছে।

ৰাজগৃহ, বৰ্তমান ৰাজগীৰ। প্ৰাচীন ঠাই, মহাভাৰতৰ দিনৰ জৰাসন্ধৰ ৰাজধানী। সচাঁকৈয়ে ৰাজধানী পাতিবলগীয়া ঠাই। কি ঠাই বাঁচি উলিয়াইছিল! দুৰ্ভেদ্য পৰ্বতমালা দ্বাৰা বেষ্টিত প্ৰকৃতিৰ ৰম্যকানন। তাত আছে উষ্ম প্ৰস্ৰৱণ। পৰ্বতৰ ভিতৰেদি গৰম পানী বৈ আহি সপ্তধাৰা সৃষ্টি কৰি সপ্তকুণ্ডত পৰিণত হৈছেহি। চৰকাৰে বৰ সুন্দৰ বন্দবস্ত কৰি দিছে। এই ৰাজগৃহ খৃঃ পূৰ্ব ৬৫০ বছৰৰ আগতে ৰজা বিম্বিসাৰ আৰু অজাতশত্ৰুৰ ৰাজধানী আছিল। ৰাজধানীৰ শিলৰ প্ৰাচীৰৰ ভগ্নাৱশেষ এতিয়াও বিদ্যমান। ৰাজগীৰখন পাঁচটা পাহাৰে আবৰি আছে—বিপুলগিৰি, ৰত্নগিৰি, উদয়গিৰি, সোনাগিৰি, ব্যৱহাৰ গিৰি নামে জৈন সকলৰ মাজত প্ৰচলিত। সেই পাহাৰৰ বৌদ্ধনাম—বিপুল, গৃধ্ৰকুট, পাণ্ডৱ, ঋষিগিৰি আৰু বৈভাৰ। ৰাজধানীখন পুৰণা ঐতিহ্যৰে পৰিপূৰ্ণ। বৌদ্ধযুগৰ স্মৃতি চিহ্নই বেচি। এইখন ভগৱান বুদ্ধদেৱ আৰু জৈন তীৰ্থঙ্কৰ মহাবীৰৰ তপস্যা ভূমি। এসময়ত এই ৰাজগীৰ সাধনা, সংস্কৃতিৰ কেন্দ্ৰস্থল আছিল। ইয়াতেই বৌদ্ধ ও জৈন ধৰ্মই বিকাশ লাভ কৰিছিল।

ৰাজগীৰৰ তপ্তকুণ্ড কেইটা বৈভাৰগিৰিৰ পাদদেশত অৱস্থিত হোৱাত ঠাইখনৰ প্ৰাকৃতিক সৌন্দৰ্য্য অতুলনীয় কৰি তুলিছে। তপ্তকুণ্ডৰ ভিতৰত ব্ৰহ্মকুণ্ডতে স্নানাৰ্থীৰ সংখ্যা বেচি। ব্ৰহ্মকুণ্ড ছয়ফুটমান তলত, নামিবৰ নিমিত্তে শিলৰ চিৰি আছে। কুণ্ডৰ চাৰিওপাৰ শিলেৰে বন্ধোৱা আৰু ওপৰৰ অংশ মন্দিৰৰ আকৃতিত সজা। ইয়াৰ পানী সপ্তধাৰাৰ পানীতকৈ বহুগুণে গৰম। ব্ৰহ্মকুণ্ডৰ পানী তলৰপৰা ফুটি ওলাইছে আৰু ইয়াৰ পানীত দ্ৰব্যগুণ থকা বুলি কয়। শৰীৰত বিষ থকা মানুহে ইয়াত স্নান কৰি আৰোগ্য লাভ কৰিছে। ৰাজগীৰত এমাহ দুমাহ থাকি ৰাতিপুৱা গধূলা স্নান ললেহে ফল পাব পাৰি। স্নান কৰাৰ উত্তম সময় ডিচেম্বৰ মাহৰপৰা



ফেব্ৰুৱাৰী মাহলৈকে, কাৰণ সেই সময়ত বৰষুণ নথকাই কুণ্ডৰ পানীত বাহিৰৰ পানী সোমাই দ্ৰব্য গুণ পাতল কৰিব নোৱাৰে। ৰাজগীৰত থাকিবলৈ "টুৰিষ্ট লজৰ" বাহিৰে পি, ডবলিউ, ডি'ৰ জিৰণি ঘৰ, ৰামকৃষ্ণ আশ্ৰম আৰু সৰু ডাঙৰ বহু ঘৰ ভাড়ালৈ পোৱা যায়। স্নানাৰ্থীৰ প্ৰথমতে সপ্তধাৰাত স্নান কৰি লোৱাৰ নিয়ম। ইয়াৰ কাৰণ, ব্ৰহ্মকুণ্ডৰ গৰম পানীত স্নান কৰিবলৈ শৰীৰৰ সহ্য গুণ বঢ়োৱা আৰু শৰীৰ পৰিষ্কাৰ কৰি লোৱা। সপ্তকুণ্ডত স্নান কৰি ব্ৰহ্মকুণ্ডত স্নান সহজে কৰিব পাৰি, নহলে বহুতো ব্ৰহ্মকুণ্ডৰ পানী সহ্য কৰিব নোৱাৰে। দিনে শ, শ মুনিহ, তিৰুতা, ল'ৰা-ছোৱালীয়ে ব্ৰহ্মমুহূৰ্তৰপৰা ৰাতি 'ন' বজালৈকে স্নান কৰে।

দাঁতি কাষৰীয়া ঠাইবোৰ চাবৰ নিমিত্তে আমি ৰিক্সা এখন ঠিক কৰিলো। টাঙ্গা বন্দবস্ত কৰাই ভাল আছিল ৰাস্তা কিছু ওখ চাপৰ। কিন্তু ৰিক্সাৱালাটোক এৰাব পৰা নগল। সি কলে, "মাইজী, মোৰ নাম মঙ্গল সিঙ, মই আপোনালোকক যেনেকৈ দেখুৱাম অন্যে আপোনালোকক তেনেকৈ নেদেখুৱাব"। ময়ো তাৰ মূল্য বঢ়াই দি কলো, "হয়তো, আমাৰ মঙ্গলসিঙে সকলো জানে, সি আমাক ভালকৈ দেখুৱাব"। পাঁচ টকাত বন্দবস্ত কৰিলো। লগত খোৱা পানীৰ ৰটল আৰু এটা গিলাচ ললো। প্ৰথমে গলো 'মণিয়াৰ মঠ' চাবলৈ। টাউনৰ পৰা দুমাইল দূৰত বনানী অঞ্চলত এটা গোলাকৃতি ইটাৰ মন্দিৰ। মন্দিৰৰ বাহিৰ পিনে দেৱালৰ গাত গনেশ, নাগ আৰু দেৱ মূৰ্ত্তি কটা আছে। মঠটোৰ চাৰিওপিনে শিলৰ ভোটিৰ চিন দেখা যায়। কিছুমানে কয় মহাভাৰতৰ যুগৰ মণি নাগৰ মন্দিৰ বুলি, সেইকাৰণে ইয়াৰ নাম হৈছে মণিয়াৰ মঠ। এই মঠ খৃঃ পূঃ ৬০০ শতাব্দীৰ বুলি কয়। জেনেৰেল কানিংহামে ১৮৬১ ৰ পৰা ১৮৬২ চনলৈকে মঠটো খান্দি উলিয়াই। প্ৰথমে ই ইটা ও মাটিৰ স্তূপাকৃত হৈ আছিল। মঠটো খান্দি উলিওৱাৰ পিছত ইয়াত তিনিটা মূৰ্ত্তি পায়। এটা সাতটা ফেণাযুক্ত নগ্ন পুৰুষ মূৰ্ত্তি, এটা

বুদ্ধদেৱৰ, এটা মায়াদেৱীৰ আৰু বহু সাপৰ মূৰ্ত্তি পোৱাৰ কাৰণে মহাভাৰতৰ যুগৰ মণি নাগৰ মন্দিৰ বুলি উল্লেখ কৰিছে। এসময়ত ইয়াত সৰ্প পূজা প্ৰচলিত আছিল বুলিও কয়। ইয়াৰ বাহিৰে কিছুমান মাটিৰ ভূঙ্গাৰ পাইছে। সেইবিলাকৰ কিছুমানৰ মুখ সাপৰ ও শঙ্খৰ মুখৰ নিচিনা। তাৰে কিছুমান নালন্দা আৰু কিছুমান পাটনা মিউজিয়মত ৰাখিছে।

'মণিয়াৰ মঠৰ'পৰা আমি 'সোণ ভাণ্ডাৰ' চাবলৈ আহিলো। পাহাৰৰ পাদদেশত পৰ্বতৰ শিল কাটি এনে সুৰক্ষিত শিলৰ প্ৰকাণ্ড কোঠা নিৰ্মাণ কৰিছিল, যি ঘৰ ধন সোণ থবৰ প্ৰকৃত উপযুক্ত ঠায়েই আছিল। ঘৰটো ডাঙৰ গুহাৰ আকৃতিৰ, তাত এখন দুৱাৰ আৰু এখন সৰু খিড়িকী কটা আছে। সেই গুহাত তীৰ্থশঙ্কৰ সকলৰ, বুদ্ধদেৱৰ আৰু গৰুৰ পক্ষীৰ ওপৰত বিষ্ণুমূৰ্তি ভগ্ন অৱস্থাত আছে। আমি সোণভাণ্ডাৰক ৰজাৰ ধনাগাৰ হিচাবে চাই আমাৰ মঙ্গলসিঙৰ বাহনত 'জৰাসন্ধৰ বৈঠক' চাবলৈ গলো। দুয়োপিনে জোপোহা, সৰু সৰু গছ গছনীৰ মাজেৰে ৰাস্তাটো বৰ ভাল লাগিছিল। বাওঁফালে বৃক্ষছায়াৰ কাষে কাষে এখন সৰু পাহাৰী নদী বৈ গৈছে। তাৰ কুলু ধ্বনিয়ে পথিকৰ মন এক অজানা ৰাজ্যলৈ লৈ যায়। মাজে মাজে শুনো দুই এটা অৰণ্য পক্ষীৰ গুঞ্জন। ৰাস্তাত লগ পাও দুই এজন বনবিভাগৰ মানুহ অৰণ্যত কাম কৰিবলৈ যোৱা। বাটৰ কাষত বনবিভাগৰ ৰেঞ্জ অফিচ আৰু ৰেষ্ট হাউচ। এনেকৈ একমাইল মান অহাৰ পিছত এটুকুৰা ওখ ঠাই পালো, সেয়ে বোলে 'জৰা সন্ধৰ বৈঠক' অৰ্থাৎ মল্লযুদ্ধ কৰা ঠাই। ৰাস্তাটো ফুৰিবলৈ ভাল লাগে সেয়ে লাভ।

তাৰ পিছত 'চেলইনস্ ক্ৰিপচন' (Shellins cription) চাবলৈ আহিলো। পাতল বনানী অঞ্চলত এখন ডাঙৰ শামুখৰ খোলৰ নিচিনা ৰঙৰ শিলৰ প্ৰাঙ্গণ। ইয়াত কিবা লিখা আছে। প্ৰত্ন তাত্বিকৰ মতে এই বিলাক শিলা লিপি, কিন্তু পাঠোদ্ধাৰ কৰিব পৰা



নাই। গাড়ী যোৱাৰ নিচিনা চকাৰ চিন আছে। সেয়া শ্ৰীকৃষ্ণৰ ৰথৰ চকাৰ চিন বুলি কয়। তাৰ পৰা আমি বাণ-গঙ্গা চাবলৈ গলো। ৰাস্তা পিচ্ দিয়া, এই ৰাস্তাই গৈ গয়া জিলা পাইছেগৈ। ৰাস্তাৰ দুয়োকাষে বনবৃক্ষ লতা, শোভাময় পাহাৰী অঞ্চল। পথৰ দুয়োকাষৰ গিৰিশ্ৰেণী শাৰীবদ্ধভাবে প্ৰহৰীৰ দৰে সমাসিন। দৃশ্যাৱলীয়ে আনে মনলৈ অনাবিল আনন্দ। উদয়গিৰি ও সোনগিৰিৰ মাজতে বাণ গঙ্গা। মহাভাৰতত আছে শ্ৰীকৃষ্ণ, ভীম আৰু অৰ্জ্জুন যেতিয়া ৰথৰে ইয়ালৈ আহিছিল, ঘোৰাৰ পিয়াহ লগাত পানীখুৱাবৰ কাৰণে অৰ্জ্জুনে গাণ্ডীবৰ কাঁড় মাৰি পাতালৰ পৰা পানী উলিয়াই ঘোৰাৰ তৃষ্ণা নিবাৰণ কৰাইছিল। সেয়ে এই নদীৰ নাম বাণ গঙ্গা। ঠাইডোখৰ বৰ চিত্তাকৰ্ষক। বাণগঙ্গাৰ ওপৰত এখন ওখ ধুনীয়া লোহাৰ দলং, এই দলংৰ পৰা কিছু দূৰতে বাণ-গঙ্গা গৈ ফল্গুনদীত মিলিত হৈছে। দলংৰ সিপাৰেই গয়া জিলাৰ চাইন বৰ্ড। পূৱপিনে বহুদূৰলৈকে বিস্তীৰ্ণ মুকলি পথাৰ আৰু গৈৰীক বৰ্ণ বালুকা ৰাশিৰ মাজেৰে শীৰ্ণকায়া সীতা শাপ-ভ্ৰষ্টা ফল্গুনদী বৈ গৈছে। পাহাৰৰ ওপৰৰ ফল্গুনদীৰ দৃশ্য চাৰলগীয়া। ৰাস্তাৰ কাষৰ পাহাৰ এটাৰ কিছু ওপৰত বনবিভাগে দৃশ্য উপভোগ কৰিবলৈ ঘৰ এটাও সাজি দিছে। ইয়াত বনভোজ কৰিবলৈ প্ৰায়ে মানুহ আহে। আমিও সেইঘৰতে কিছুপৰ বহি চাৰিওফালৰ প্ৰাকৃতিক দৃশ্যৰ মাধুৰ্য্যসনা ৰূপ উপভোগ কৰিলো।

এইবাৰ উঠিলো বিম্বিসাৰৰ জেলখানা চাবলৈ। ইয়াতো এখন শিলৰ ভেটিৰে সৈতে দেৱালেৰে ঘেৰা প্ৰস্তৰ নিৰ্ম্মিত চোতাল পালো। এইখন জেলখানা জৰাসন্ধৰ দিনৰ বুলি কয়। তেওঁ নৃপতি সকলক ইয়াতেই বন্দী কৰি থৈছিল। এই জেলখানাতে অজাতশত্ৰুৱেও তেওঁৰ পিতৃ বিম্বিসাৰক বন্দী কৰি ৰাখিছিল। এই ঠাইত এদাল লোহাৰ শিকলিও পোৱা গৈছিল, সেইদাল এতিয়া নালন্দা মিউজিয়মত থৈছে। এই জেলৰ পৰা ৰজা বিম্বিসাৰে তেতিয়া গৃধ্ৰকুট পাহাৰত বাসস্থান কৰা ভগবান বুদ্ধ দেৱক দৰ্শন কৰিছিল।

জেলখানাৰ পৰা ওলায় আমি আকৌ ৰিক্সাত উঠি 'পিচ' দিয়া ৰাস্তাৰে যাবলৈ ধৰিলো। মাজে মাজে ৰাস্তা অলপ উঠা, তেতিয়া মঙ্গলসিঙে টানি টানি ৰিক্সা চলাই আৰু এখেত নামি পৰে। ৰাস্তাৰ দুইপিনে সেউজীয়া পাহাৰ আৰু নামনি অঞ্চলত বনবিভাগৰ গছপুলিৰ বাগান। ৰাস্তাত দুই এখন টেক্সী, বাচ, লৰী আৰু পাওঁ আমাৰ নিচিনা দুই চাৰিখন পৰ্য্যটকৰ ৰিক্সা আৰু টাঙ্গা।

কিছুপৰ ৰিক্সাত অহাৰ পিচত মঙ্গলসিঙে ৰিক্সা ৰাখিলে। আমি পালোহি বিম্বিসাৰৰ দিনৰ ৰাজবৈদ্য জীৱকৰ আম্রকানন, গৃধ্রকুট পাহাৰৰ নামনি অঞ্চলত। মঙ্গলসিঙে এই সকলো ব্যাখ্যা কৰি গৈ আছে। ভ্ৰমণকাৰীক দেখুৱাওঁতে দেখুৱাওঁতে তাৰ সকলো মুখস্থ হৈ গৈছে। জীৱকে তেওঁৰ আম্রকানন বুদ্ধদেৱক বাস কৰিবৰ নিমিত্তে দান কৰিছিল। জীৱক মগধৰ আছিল আৰু শিক্ষা লাভ কৰিছিল তক্ষশিলাত। জীৱকৰ এই কাননত বৰ্ত্তমান নতুনকৈ নানান গছ গছনি বনবিভাগে লগাইছে।

মঙ্গলসিঙৰ ঘৰত ঘৈনীয়েক আৰু ছ'টা লৰা ছোৱালী। ডাঙৰ লৰাটোৰ দহ বছৰ বয়স। তাৰ ৰিক্সাৰ পয়চাৰে পৰিয়াল চলাবলৈ নোজোৰে। ডাঙৰ লৰাটো কাৰবাৰ ঘৰত থৈছে। মই সুধিলো, "স্কুলত লৰাটো কেলেই নিদিলা?" "মাইজী কি কৰিম। যোৱা বছৰ আমাৰ ইয়াত বৰষুণৰ অভাৱত খেতি নহল। দেশত ধান চাউলৰ দাম বাঢ়ি গল। লৰাটো স্কুলৰ পৰা নাম কটাই আনি এঘৰত দিব লগা হল। বৰ্ত্তমান তাতেই আছে। ৰাজগীৰত আহিন কাতি মহীয়া যেতিয়া ভ্ৰমণ কাৰীৰ ভিৰ হয়, ঘৰৰ মানুহেৰো সেই সময়ত ঘৰুৱা কাম-বন কৰি পইচা উপাৰ্জ্জন কৰে" এই বুলি মঙ্গলসিঙে কলে। আৰু সি কলে, "মাইজী আপুনি যদি ইয়াত থাকে, অন্য মানুহ নেৰাখিব। মোৰ ঘৰৰ মানুহজনীয়ে আপোনাক কাম কৰি দিব"। ময়ো তাক বাৰু বুলি শলাগিলো।

এখন ঠাইলৈ গলে মোৰ সদায় ইচ্ছা হয় ঘুৰি আকৌ সেইখন



ঠাইতে কিছুদিন থাকিবলৈ। যি কেইখন ঠাইলৈ গৈছো, সেই কেইখন ঠাই ভাল বুলিয়েই নে, মোৰ সেই ঠাইবোৰলৈ প্ৰথম যোৱাৰ কাৰণেই নেকি, প্ৰত্যেকখন ঠাইয়েই মোৰ বৰ ভাল লাগিছিল। আমাৰ ৰিক্সা গৈ গৃধ্রকুটৰ একেবাৰে নামনিত ৰলগৈ। তাত বহু পকীঘৰ সাজি আছে। হোটেল, ৰেষ্টুৰেণ্ট, গেষ্টহাউচ, দোকান, ইত্যাদি। পাহাৰৰ ওপৰত জাপান চৰকাৰে "শান্তি স্তুপ" সজাইছে, আমি যাওঁতে নিৰ্মান কাৰ্য্য প্ৰায় শেষ হৈছে। ১৯৬৯ চনৰ পোন্ধৰ অক্টোবৰত মন্দিৰ উন্মোচন কৰিব। তলৰ পৰা শান্তি স্তুপলৈ উঠিবলৈ (Rope way) 'ৰপওৱে'ৰ সহায়েৰে বহি যাবলৈ চকিৰ বন্দবস্ত কৰিছে। ৰঙা, নীলা, হালধীয়া, বেঙুনীয়া নানা ধৰণৰ চকীবোৰৰ শাৰীয়ে তলৰ পৰা ওপৰলৈ অহা যোৱা কৰা চাবলৈ বৰ ভাল।

আমি পাহাৰৰ পাদদেশৰ পৰা শিলেৰে বন্ধোৱা ৰাস্তাৰে ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিলো। কি সুন্দৰ ৰাস্তা, এই ৰাস্তা ৰজা বিম্বিসাৰে তৈয়াৰ কৰা। ৰাস্তাৰ সোঁ ফালে কি মনোৰম দৃশ্য।

এই গৃধ্রকুট পাহাৰৰ শিখৰত ভগবান বুদ্ধদেৱে তেওঁৰ প্ৰিয় শিষ্য আনন্দৰে সৈতে বাস কৰিছিল আৰু ৰজা বিম্বিসাৰে এই ৰাস্তাৰে আহি তথাগতক দৰ্শন কৰে। ইয়াতে ভগবান বুদ্ধই বুদ্ধগয়াত নিৰ্বাণ লাভ কৰি, প্ৰথমে তেওঁৰ অহিংসা বাণী প্ৰচাৰ কৰিছিল আৰু ৰজা বিম্বিসাৰে শিষ্যত্ব গ্ৰহণ কৰিছিল। প্ৰস্তৰ নিৰ্মিত বাট, এফালে শ্যামল বৃক্ষৰাজিৰে সুশোভিত পাহাৰ, আনফালে পাহাৰৰ নামনি অঞ্চলত নানা জাতীয় গছ, ফুল, লতা, পাতৰ বৰ্ণ বৈচিত্ৰ্যৰ সমাৰোহ। উপত্যকা অঞ্চলত মাজে মাজে একোখন জলাশয় চকুত পৰে। দূৰত, বহুদূৰত গিৰি শ্ৰেণী আৰু সুন্দৰ মনোৰম সৌন্দৰ্য্য সম্ভাৰলৈ বিৰাজিত উপত্যকা ভূমি। আমি ওপৰলৈ উঠি গৈ পৰ্বতৰ শিখৰ পালোগৈ, যত ভগবান বুদ্ধদেৱ আছিল। তাত তেওঁ থকা কোঠাৰ ইটাৰ দেৱালৰ চিন ও শিলেৰে বন্ধোৱা প্ৰাঙ্গন পালো। তাতেই

তেওঁ উপদেশ বাণী দিছিল। সেইখিনি পাই বোদ্ধিসত্বৰ কথা মনলৈ আহি মন ভক্তি শ্ৰদ্ধাত দোঁ খাই গল, প্ৰণমো মহান আত্মা। "বুদ্ধং শৰণম্ গচ্ছামী, ধৰ্ম্মং শৰণম্ গচ্ছামী, সঙ্ঘং শৰণম্ গচ্ছামী," আপোনা আপুনি মুখৰ পৰা ওলাই আহিল। অলপ পৰ সেই পবিত্ৰ ঠাইত বহি তথাগতৰ উদ্দেশ্যে পুনঃ পুনঃ প্ৰণাম জনাই নামি আহিলো আমাৰ থকা ঠাইৰ অভিমুখে।

পিছদিনা ওচৰৰ বেণুবন চালো, য'ত ভগবান বুদ্ধদেৱে মাজে মাজে বাস কৰিছিল। সেইখন বৰ্ত্তমান এখন বেচ ডাঙৰ পাৰ্ক।

দুপৰীয়া ভাত পানী খাই একমান বজাত নালন্দা চাবলৈ গলো। নালন্দা বিশ্ববিদ্যালয় ২৫০০ বছৰৰ আগৰ। ৰজা কুমাৰ ভট্টৰ দিনৰ পৰা 'ন'টা 'পিৰিয়দত' (Periodত) নিৰ্ম্মাণ কৰা চিন দেখা যায়। এই বিশ্ববিদ্যালয় দীঘলে সাত মাইল, বহলে তিনি মাইল জুৰি আছিল। বৰ্ত্তমান কিছু অংশ খান্দি উলিয়াইছে। খান্দি উলিওৱা অংশত ছাত্ৰবাস, পঢ়োৱা কোঠা, দুজন ছাত্ৰ থাকিব পৰা কোঠা, এজনীয়া কোঠা, কিতাপ থবৰ নিমিত্তে ইটাৰ দেৱালত থাক, গুদাম ঘৰ, উপাসনা গৃহ, বাৰণ্ডা আদিৰে সুপৰিকল্পিত ঘৰ সজা কামৰ চিন দেখিলে আমাৰ দেশৰ সভ্যতা যে কিমান পুৰণা সেইটো জানি গৰ্ব বোধ হয়। একেলগে পোন্ধৰশ অধ্যাপকে এই বিদ্যালয়ত শিক্ষাদান কৰাৰ ব্যৱস্থা আছিল। ইয়াৰ উপচাৰ্য্যপতি শীলভদ্ৰ আছিল। চৌহদ ইটাৰ প্ৰাচীৰেৰে ঘেৰা।

এই বিদ্যালয়ৰ কিছু অংশ খান্দোতে বহু দেৱ দেৱীৰ মূৰ্ত্তি, বাচন বৰ্ত্তন, মোহৰ, হাতিয়াৰ আদি পাইছে আৰু এই সকলোবোৰ ওচৰতে থকা নালন্দা মিউজিয়মত ৰাখিছে। নালন্দা বিশ্ববিদ্যালয়ত বুদ্ধদেৱৰ প্ৰিয় শিষ্য এজনৰ এটা স্তুপ চাই ওপৰৰ পৰা চিৰিৰে তললৈ নামিবলৈ ধৰোতে হঠাতে খুব জোৰত বতাহবৰষুণ এজাক আহি আমাক তেনেই বিপৰ্য্যস্ত কৰি জুৰুলি জুপুৰি কৰিলে। কোনো মতে সাৱধানে নামি আহিলো। বৰষুণ দিয়াত ঠাইবোৰ



বৰ পিচলহৈ পৰিছিল, ওচৰতে মূৰ্ত্তি বিলাক ৰখা সৰু কোঠা এটা পাই তাতে সোমালোহি। সোমায় দেখো বহু ভ্ৰমণকাৰী বৰষুণ দিয়াৰ নিমিত্তে তাতে আশ্ৰয় লৈছেহি। সৰু কোঠাটোত কোনো ৰকমেহে ঠাই হৈছিল। মোৰ অৱস্থা দেখি তাত থকা বঙালী ভদ্ৰ মহিলা এগৰাকীয়ে খুব ইস্ইসাবলৈ ধৰিলে। কেনেকৈ যাব, ইমান তিতিলে, আৰু এজোৰ কাপোৰ অনাহলে ভাল আছিল, ইত্যাদি। কি কৰিম কোনোৰকম কাপোৰৰ আগটো শুকাবলৈ অলপ মেলি দি বহি থিয় হৈ কটালো। বৰষুণ দিয়েই আছে। লগত সৰু টাৱেল এখন, অলপ ফলমূল আৰু পানীৰ বটলটো। যাহওক, বেচ কিছুদেৰী বোৱাব পিচত বৰষুণ অলপ কমাত ঘৰটোৰ পৰা ওলাই নালন্দা বিশ্ববিদ্যালয়ৰ চৌহদৰ পৰা ৰাস্তা পালোহি। এখেতৰ হাতত এটা ছাতি আছিল যেনিবা, তেতিয়াও বৰষুণ অলপ অলপ দিয়েই আছে।

কেনেকৈ কি কৰা যায়? মিউজিয়ম চোৱাই হোৱা নাই, ইপিনে কাপোৰৰ অৱস্থাহে যি হৈছে। খোজ কঢ়াই টান। এনেতে এটা বুদ্ধি খেলালে, ৰাস্তাৰ কাষৰ কয়লাৰ চৌকাত অঙঠা জ্বলি থকা দেখি তাতে কিবা উপায় কৰি কাপোৰ খিনি সেকি লবলৈ। দোকান দিয়া লৰাটো কম বয়সৰ, তাক কলো, "তোমাৰ কয়লাৰ চৌকাটোত মোক কাপোৰ খিনি সেকি লবলৈ দিবানে?" সিও চৌকাটো এৰি দিলে। এখেতে ছাতি ধৰি আছে, মই আধা ঘণ্টা মান সময় খৰচ কৰি কাপোৰ খিনি সেকি ললো। মুৰ্শিদাবাদী পাতৰ কাপোৰ কাৰণে শুকুৱাত সুবিধা হল। কাপোৰৰ জোতা জোৰো সেকি শুকাই ললো। মনটো বৰ মুকলি মুকলি লাগিল।

মিউজিয়মৰ টিকট বেচা কোঠাটোতে বহি, মই য'ত কাপোৰ সেকিছিলো, সেই লৰাটোৰ পৰা চাহ আনি আমি আটাই কেউজনে খালো লগত নিয়া বস্তুখিনিৰ সৈতে। গৰম গৰম চাহ খাই মনৰ পৰা অৱসাদ দূৰ হল। চাহৰ দামৰ লগতে তাক

আৰু কিছু পয়চা বেচি কৈ দি, আন্তৰিক ধন্যবাদ জনাই তাৰ পৰা বিদায় ললো। দোকানী লৰাটোৱে চৌকাটো নিদিয়াহলে মোৰ বাৰুকৈয়ে অসুবিধা হলহেতেন। মানুহৰ জীৱনত কেতিয়া ক'ত কাৰ পৰা সহায় পোৱা যায় একো জনা নেযায়।

টিকট লৈ মিউজিয়মত সোমোৱাৰ বাটতে আগতে লগপোৱা বঙালী ভদ্র মহিলা গৰাকীৰ লগত দেখা হল। তেওঁলোক মিউজিয়ম চাই উভতি আহিছে। তেওঁ, তেওঁৰ জীয়েক জোঁৱায়েক, চাৰি বছৰীয়া নাতিনী ছোৱালী আৰু তেওঁলোকৰ বন্ধু ও বন্ধুপত্নী। মোক দেখিয়েই মিচেছ মজুমদাৰে সুধিলে, "আপোনালোক ইমান দেৰী ক'ত আছিল? আমিতো ভাবিছিলো আপোনালোক গুচিয়েই গল নেকি?" মেয়ো বৰ গৰ্বেৰে মোৰ শুকান কাপোৰ দেখুৱাই কলো,—"মই ইমান দেৰী চাহ দোকানত বহি কাপোৰ শুকাইছিলো।" "বেচ বুদ্ধিমানৰ কাম কৰিলে" বুলি মিচেছ মজুমদাৰে কলে। এইদৰে কিছু কথা বতৰা পতাৰ পিচত আমাক বৰকৈ তেওঁলোকৰ কলিকতাৰ পাৰ্কষ্ট্ৰীটত থকা ঘৰলৈ যাবলৈ কলে। ঠিকনাও লিখি দিছিল পিচে আমাৰ হে যোৱা নহল। ভদ্রমহিলা বৰ দৰদী।

মিউজিয়মত সোমাই তাত থকা দেব দেৱী, বুদ্ধদেৱৰ নানা ধৰনৰ মূৰ্ত্তী, বাচন, হাতিয়াৰ পত্র, অলঙ্কাৰ আদি চালো। এই সকলো বোৰৰ সুক্ষ্ম সৌন্দৰ্য্যপূৰ্ণ কাৰুকাৰ্য্য দেখিলে বিস্ময় মানিব লাগে।

মিউজিয়মৰ পৰা ওলাই আহিলো। ওপৰত নীলা মেঘমুক্ত আকাশ, বৰ্ষণ ধৌত ধৰিত্রী। মিউজিয়মৰ ফুলনিত নীলা, ৰঙা, হালধীয়া, বগা বেঙুনী নানা ৰঙৰ বৈচিত্র্যপূৰ্ণ পুষ্পসম্ভাৰ আৰু আছে অসংখ্য বিভিন্ন ধৰনৰ সৌন্দৰ্য্যপূৰ্ণ পাতাবাহাৰ আৰু কেকটাচৰ সেউজীয়া সমাৰোহ। বতৰৰ পৰিবৰ্ত্তনত মনটো আনন্দিত হৈ পৰিল।



নালন্দাত এটা Post graduate Pali Research Institute আছে। নালন্দাৰ ৰাস্তা ঘাট আহল বহল আৰু বেচ পৰিষ্কাৰ পৰিচ্ছন্ন। মুকলি ঠাইখন বৰ ভাল লাগে। তাৰপৰা আমি পাওৱা পুৰীলৈ আহিলো। পাওৱাপুৰী জৈন সকলৰ এখন ডাঙৰ তীৰ্থ স্থান। ইয়ালৈ আহিবলৈ হলে ৰাজগীৰৰ পৰ মটৰ বা ৰেলেৰে আহি বিহাৰশ্বৰীফ ষ্টেচনত নামিব লাগে। এই ঠাইৰ পৰা আঠ মাইল টেক্সী বা টাঙ্গাৰে পাওৱাপুৰীলৈ যাব লাগে। জৈন সকলৰ চৌবিশ তীৰ্থঙ্কৰ মহাবীৰৰ ইয়াত সমাধি মন্দিৰ আছে। মহাবীৰ ৰাজপুত্র আছিল, তেওঁৰ সংসাৰী নাম আছিল বৰ্ধমান। পত্নীৰ নাম যশোদা। তেওঁবিলাকৰ একেটি কন্যা আছিল, নাম শান্তনো। দেউতাকৰ মৃত্যুৰ পিচত, ত্রিশ বছৰ বয়সত বৰ্ধমানে সন্ন্যাস লয় আৰু বাৰ বছৰ কঠোৰ তপস্যাত সিদ্ধি লাভ কৰি জৈন নামে বিখ্যাত হয়। তেওঁৰ নামৰ পৰাই তেওঁৰ ধৰ্ম্মমতৰ নাম জৈন বুলি কয়। তেওঁ খৃঃ পূঃ ৫২৭ অব্দত কাতিমাহৰ অমাবস্যা তিথিত পাওৱাপুৰীত নিৰ্বাণ লাভ কৰে। য'ত তেওঁৰ দেহা ভস্মীভূত কৰা হয় তাত বৰ্ত্তমান 'জল মন্দিৰ' নামেৰে মন্দিৰ প্ৰতিষ্ঠা কৰিছে। মন্দিৰতো দেখিবলৈ বৰ সুন্দৰ। পদ্ম প্রস্ফুতিত সৰোবৰৰ মাজত মাৰ্বল পাথৰৰ মন্দিৰ, ওপৰত স্বৰ্ণ মন্দিত চূড়া। মন্দিৰৰ ভিতৰত মহাবীৰৰ পাদুকা, মাৰ্বল পাথৰৰ কাৰুকাৰ্য্যময় বেদীৰ ওপৰত ৰক্ষিত আছে।

মন্দিৰলৈ যাবলৈ ৰঙা মাৰ্বল পাথৰেৰে নিৰ্মীত এখন সুন্দৰ সেতু আছে। 'জল মন্দিৰৰ' পৰা কিছু দূৰত 'গাও মন্দিৰ' আছে, তাত তেওঁ শেষ নিশ্বাস ত্যাগ কৰিছিল। থাকিবৰ নিমিত্তে জৈন সকলৰ সুন্দৰ ধৰম শালা আছে। কাতি মাহৰ অমাবস্যা তিথিত ইয়াত বৰ ডাঙৰ উৎসব হয়। সেই উপলক্ষে ভাৰতৰ সকলো প্রান্তৰ পৰা মানুহ গোটখায়। পাওৱাপুৰী চাই আমি ৰাজগীৰলৈ উভতিলো। ৰাজগীৰ খন আমাৰ বৰ ভাল লাগিছিল। পিছদিনা আমি বাচযোগে পাটনালৈ আহিলো। ৰাজগীৰৰ পৰা বাচেৰে

চৌষষ্টি মাইল। পাটনাত আমাৰ ঠাই চাবলৈ বাকী থকাত পুনৰ পাটনালৈ আহিব লগা হল। Sight Seeingৰ নিমিত্তে শনিবাৰ আৰু দেওবাৰে বাচ আছে। আমি পাটনা পোৱাৰ পিচতেই হোটেলত মালপত্ৰ ঠিক কৰি থৈ চাহ এটোপা খাই Tourist department ৰ অফিচলৈ আহিলো। টিকটৰ সন্ধান কৰি পিছ দিনাৰ কাৰণে দুখন টিকট ললো। আগতে টিকিট কিনি নাৰাখিলে চিট পোৱা টান। Tourist office ৰ পৰা ফিৰি আহোতে বাটত কিছু ফল-মূল আৰু খোৱা বস্তু কিনি হোটেললৈ ফিৰিলো।

পিছদিনা পুৱা চাহ জলপান খাই আঠ বজাত টুৰিস্ট অফিচত উপস্থিত হলোগৈ। যথাসময়ত আমি ভ্ৰমনকাৰী কেইজন বাচত উঠিলো। পাটনা চিটিখন প্ৰায় গোটেই দেখুৱাই—অশোকৰ পুৰণা ৰাজধানী, গোলাঘৰ, ৰাজেন্দ্ৰ মেমৰীয়েল, ইত্যাদি। ইয়াৰ ভিতৰত আমাৰ শিখ গুৰুদ্বাৰ আৰু ৰাজেন্দ্ৰ মেমৰিয়েল চাই বৰ ভাল লাগিল।

শিখগুৰুদ্বাৰ হৈছে গুৰু গোবিন্দসিঙৰ জন্ম স্থান। বিৰাট মন্দিৰ। মাৰ্বল পাথৰৰ কাৰুকাৰ্য্যময় মন্দিৰত সোণৰ চূড়া। ভিতৰত মূল্যবান চিত্ৰ। গুৰু গোবিন্দসিঙৰ বিভিন্ন সময়ৰ চিত্ৰ কাহিনী। সেই চিত্ৰ দৰ্শনে গুৰু গোবিন্দসিঙৰ মহান আদৰ্শময় জীৱনৰ পৰিচয় দিয়ে। এই মন্দিৰৰ চৌহদৰ ভিতৰত ভোজনালয় আছে। তাত দিনে বহু মানুহক ভোজন কৰায়। গোটেইখন পৰিষ্কাৰ পৰিচ্ছন্ন।

ৰাজেন্দ্ৰ মেমৰিয়েল—য'ত ডঃ ৰাজেন্দ্ৰ প্ৰসাদে ৰাষ্ট্ৰপতি হোৱাৰ আগতে আৰু ৰাষ্ট্ৰপতিৰ পৰা অৱসৰলৈ বাস কৰিছিল। ঘৰ দুটা ওচৰা ওচৰি। ৰাষ্টপতি হোৱাৰ আগতে থকা ঘৰটো এটা পকা ভেটিৰ সাধাৰণ খেৰী ঘৰ। ঘৰটোত কোঠা তিনিটা, দুইপিনে বাৰাণ্ডা থকা আৰু এটা পাকঘৰ। এটা তেওঁৰ শোৱা কোঠা, তাত এখন সাধাৰণ খাট, তাৰ ওপৰত এখন সাধাৰণ বিছনা। বিছনা চাদৰ আৰু গাৰুৰ গিলিপ খদ্দৰৰ, তেওঁৰ ব্যৱহাৰৰ চুটকেচটো, যতৰটো



আৰু এখন সৰু 'টিপয়'। লগতে লগোৱা একেবাৰে সাধাৰণ গা-ধোৱা কোঠা ও চেনিটেৰী। এটা কোঠা আলহী অতিথিৰ কাৰণে। তাত এখন পালেং, এখন ভাল চকী, এখন মেজ আৰু এদাল আলনা।

গা-ধোৱা কোঠাটো আৰু চেনিটেৰীটো তেওঁৰ নিজৰটোতকৈ ভাল। ভিতৰৰ বাৰাণ্ডাখনত কাৰ্পেট পৰা আছে, তাতেই অভ্যাগত আহিলে বহি আলাপ আলোচনা কৰিছিল। ৰাজেন্দ্ৰ মেমৰিয়েল চালে তেখেতৰ মহান আদৰ্শময় জীৱনৰ কিছু পৰিচয় পোৱা যায়।

ৰাষ্ট্ৰপতি পদৰ পৰা অৱসৰ লৈ থকা ঘৰটো এটা সাধাৰণ পকী ঘৰ। তাত তেওঁৰ শেষ নিশ্বাস পেলোৱা বিছনাখন, আঠুৱাৰে সৈতে সেইদৰেই ৰাখিছে। তেওঁৰ নিত্য ব্যৱহাৰৰ বস্তু বিলাকো সজাই থৈছে আৰু তেওঁৰ বেলেগ বেলেগ দেশৰ পৰা পোৱা কিছু উপহাৰ সামগ্ৰীয়ো আছে। কিছুমান উপহাৰ পাটনা মিউজিয়মত আছে। কত ধৰণৰ যে মূল্যবান চকুত লগা শিল্প সম্ভাৰৰ উপহাৰ। তেওঁৰ প্ৰাৰ্থনা কোঠাটোৱো সেইদৰেই আছে। ভগবান কৃষ্ণৰ বিভিন্ন ৰূপৰ মূৰ্ত্তিৰে পৰিপূৰ্ণ। —এখন ডাঙৰ আম বাগানৰ মাজত ৰাজেন্দ্ৰ-মেমৰিয়েল। এই গোটেই ভূমিখণ্ড তেওঁক এজন মুছলমান জমিদাৰ বন্ধুৱে দান কৰিছিল। বৰ্তমান ৰাষ্ট্ৰৰ সম্পত্তি।

পুৱা আঠ বজাৰ পৰা দিনৰ দেড় বজালৈকে আমাক দৰ্শনীয় স্থান সকলো দেখুৱালে। সেইদিনাই ৰাতিৰ ৰেলত আমি ৰাঁচিলৈ বুলি ৰাওনা হলো। ৰেলত উঠিয়েই এখেতে 'ছিট' বিচৰাত লাগি গল, মই মাল-পত্ৰ, মুটিয়া এইবিলাক চম্ভলাত। পালোগৈ দুখন শ্লিপাৰ, বিছনাপত্ৰ থৈছোহে এনেতে বঙালী ভদ্ৰলোক এজনে কলে যে সেই দুটা তেওঁলোকৰ 'ছিট'। ইফালে তেওঁৰ ঘৈণীয়েকে অন্য দুটা 'ছিট' লৈ বিছনা পত্ৰ পাৰি লৈছেই। তাৰ পৰা আমি অন্য দুটা 'ছিট'লৈ আহিলো আৰু বিছনাপত্ৰ পাৰি ললো। এনেতে আন এগৰাকী

মহিলাই আহি কলে যে এইটো এক নম্বৰ 'ছিট' তেওঁৰহে। ওচৰৰে মানুহ এজনে মহিলা গৰাকীক কলে, "আপুনি আপোনাৰ নিৰ্দিষ্ট ছিটলৈ যাওক।" তেওঁ উত্তেজিত হৈ তাতেই বহি পৰি কলে, "না, এটা আমাৰ 'ছিট' অন্যখানে যাবনা।" কাণ্ডকাৰখানা দেখি এখেতৰ অলপ খং উঠিছিল যদিও একো নকৈ কণ্ডাক্টৰৰ ওচৰ পালেগৈ। তেওঁক কলে, "কোনো ছিটেই লব নোৱাৰি, আপুনি ঠিক কৰি দিয়কহি।" কণ্ডাক্টৰ আহি যেনিবা ভদ্ৰমহিলাক অন্য এটা ছিটলৈ যাবৰ কাৰণে মান্তি কৰালে। হায়ৰে, মানুহৰ নিজৰ বাসস্থানেই খন্তেকীয়া, আকৌ কেই ঘণ্টামানৰ ট্ৰেইন যাত্ৰাৰ কাৰণে কত দাবী।

ৰাতি বাৰ মান বজাত হুলস্থুল শুনি সাৰ পাই চাওঁ যে আমাৰ ওচৰৰে কোঠাটোত গণ্ডগোল। আমাক প্ৰথমতে তেওঁৰ 'ছিট' বুলি দাবী কৰা ভদ্ৰলোক জনৰ সহধৰ্মিণীৰ চিঞ্চৰ বাখৰ। চাওঁ যে পঞ্জাবী পৰিয়াল এটা উঠিছে অসংখ্য মালপত্ৰ লৈ। ভদ্ৰমহিলা এতিয়া উঠি বাহিৰলৈ যাব পৰা নাই, তেওঁলোকক অনুৰোধ কৰিছে মালখিনি অতৰাই দিবলৈ, তেওঁলোকে কাণসাৰ কৰা নাই। ক'লৈ বা নিব, এইলৈ তৰ্ক। তেতিয়া মই মনে মনে ভাবিছো, আমাক খেদিছিলা নহয়? এতিয়া পালা? আমাৰ মালপত্ৰ বেচি নাই অন্ততঃ শান্তিৰে শুব পাৰিলেহেতেন। ট্ৰেইনত এনে ধৰণৰ অসুবিধা হৈয়েই থাকে।

পিছদিনা পুৱা সাৰ পাই খিড়িকীৰ মুখত বহি চকুত পৰিল বিস্তৃত প্ৰান্তৰ। পথাৰ, ঘঁাহনি, সৰু নদী, মাজে মাজে শিলাময় ভূমি। ডাঙৰ ডাঙৰ শিল বহু ঠাই জুৰি পৰি থকা দেখিলো। দুই এখন গাওঁ পাওঁ। মানুহে উঠি চকু মোহাৰি ট্ৰেইনলৈ চাইছে, আৰু সময়ো নিৰ্ণয় কৰিছে। সৰু সৰু লৰা-ছোৱালীয়ে ৰেলৰ শব্দৰ লগত মুখেৰে শব্দ কৰিছে, হুইছেল দিছে। হাত বাউল দি, ৰেলৰ যাত্ৰীক মাতিছে। ৰতিপুৱাৰ নতুন দৃশ্যাৱলীৰ দৰ্শনৰ শান্ত মধুৰ পৰিবেশটোৱে মনলৈ আনিছিল স্নিগ্ধতা।



ৰেল আহি এটা ষ্টেচনত ৰলহি। তাতে মুখ হাত ধুই সকলোৱে ৰাতিপুৱাৰ প্ৰাতঃৰাশ কৰাত ব্যস্ত হৈ পৰিল। পাকুৰা, সিজোৱা কণী, ৰুটি, মাখন, সিঙৰা, চাহ যাৰ যি ৰুচি সেইমতে কিনি লৈছে। আমি চাহ আৰু সিজোৱা কণী ললো, লগত জলপান আছিল।

ৰাতিপুৱা 'ন'মান বজাত ৰাঁচি ষ্টেচন পালোহি। ষ্টেচনৰ পৰা বিক্সাৰে আহি "যোগদা মঠত" উঠিলোহি। ৰাঁচিত থকা কেইদিন আশ্ৰমতে থাকিবলৈ এখেতে আগতে বন্দবস্ত কৰিছিল। পৰমহংস যোগদানন্দ এই মঠৰ প্ৰতিষ্ঠাতক। বৰ্তমান সভাপতি শ্ৰীশ্ৰীদয়ামাতা, এওঁ আমেৰিকান। আমেৰিকাৰ লচ্ এঞ্জেলসৰ যোগদা আশ্ৰমৰ পৰাই কাম কাজ চলায়। ভাৰতবৰ্ষৰ বাহিৰেও এওঁলোকৰ আফ্ৰিকা আৰু আমেৰিকাত বহু আশ্ৰম আছে। পৰমহংস যোগদানন্দ ১৯৫২ চনৰ ৭ মাৰ্চ তাৰিখে লচ্ এঞ্জেলসত মহাসমাধি প্ৰাপ্ত হয়। ৰাঁচিৰ আশ্ৰমখন ষ্টেচনৰ ওচৰতে, বহু একৰ মাটি জুৰি পৰিব্যাপ্ত। আশ্ৰমৰ বহু লোকহিতকৰ কাৰ্য্যানুষ্ঠান দেখিলো। তেওঁবিলাকৰ স্কুল, কলেজ, হোমিওপেথিক মহাবিদ্যালয়, এলোপেথিক চিকিৎসালয়, মিউজিক স্কুল, সূচীশিল্প স্কুল, আৰু এটা ছাত্ৰাবাস আছে। বহু ছাত্ৰ ছাত্ৰীয়ে ইয়াত শিক্ষা লাভ কৰিছে। আশ্ৰমত কৃষিকাৰ্য্য আৰু গো-পালনো হয়।

ৰাঁচি নগৰ খন বেচ ভাল লাগিল। শিলাময় ও প্ৰাকৃতিক সৌন্দৰ্য্যৰে পৰিপূৰ্ণ। তাত আছে বিস্তীৰ্ণ প্ৰান্তৰও শস্য শ্যামল কৃষি ক্ষেত্ৰ। কাঁকে 'ৰ'ডৰে মেণ্টেল হস্পিটেললৈ যোৱা পথ চোৱাৰ দুই কাষে পাহাৰ আৰু জলাশয়ৰ মনোৰম শোভা। ধনী মানুহৰ প্ৰকৃতিৰ লগত সামঞ্জস্য ৰাখি সজা আবাস সমূহে গৃহ স্বামীৰ সুৰুচিৰ পৰিচয় দিয়ে। সম্মুখত পুষ্প কাননত ৰঙৰ বৈচিত্ৰলৈ কুসুম ৰাজি। পথাৰত, ঘৰৰ আগত দুগ্ধৱতী গৰু, ম'হৰ সমাৰোহ দেখি গাখীৰৰ প্ৰয়োজনৰ কথা মনলৈ আহে আৰু লগে লগে আমাৰ অসমলৈ

মনত পৰে, গাখীৰৰ অভাৱৰ কথা। এটা জাতিৰ খোৱা-বোৱা, জীৱন ধাৰণৰ উৎসাহ উদ্দীপনা দেখিলে জাতিটোৰ প্ৰাণ প্ৰাচুৰ্য্যৰ পৰিচয় পোৱা যায়।

ৰাঁচিত শাক-পাচলি প্ৰচুৰ পৰিমানে পোৱা যায়, অলপ সস্তাও। ই এখন স্বাস্থ্যকৰ ঠাই। খৃষ্টান সম্প্ৰদায়ৰ বহুল প্ৰচাৰ দেখিলো। আদিবাসী ওৰাং আৰু মুণ্ডা সম্প্ৰদায়ৰ মাজত মিছনেৰীৰ প্ৰভাব খুব বেচি। যোগদা মঠ আৰু ৰামকৃষ্ণ সেৱাশ্ৰমেই হিন্দুৰ অনুষ্ঠান।

ৰাঁচিত কেই দিনমান থাকি আমি নেটাৰহাটলৈ আহিলো। ৯৪ মাইল ৰাস্তা। যাতায়াতৰ নিমিত্তে টেক্সি আৰু বাচ আছে। পাহাৰৰ সমতলত নেটাৰহাট। থাকিবৰ নিমিত্তে 'টুৰিষ্ট লজ', বনবিভাগৰ বঙলা আৰু ডেপুটি কমিছনাৰৰ অধিনত 'পালামৌ' বুলি এটা বঙলা আছে। সকলোবোৰত থকাৰ অনুমতি ৰাঁচিৰ পৰাই লব লাগে। আমি দুদিন থাকিলো বনবিভাগৰ বঙলাত। অক্টোবৰ মাহ, অলপ অলপ জাৰ পৰিছে। অকলশৰীয়া ঠাইত বঙলাটো, যাত্ৰীয়ো আমি দুজনেই। ঠাই ডোখৰ বৰ মনোৰম। ওচৰতে গোলাকৃতি চন্দন বৃক্ষৰ কুঞ্জ। কুঞ্জত আছে নানা জাতীয় উদ্ভিদ। কুঞ্জৰ নাম দিছে 'প্ৰেম কুঞ্জ', প্ৰণয়ী যুগলৰ প্ৰণয় কুজনৰ উপযুক্ত ঠাইয়েই।

সু-সজ্জিত বঙলাৰ চাৰিওফালে সু-শোভিত হৈ আছে ৰঙা, হালধীয়া, বগা, নানাৰঙৰ বৈচিত্ৰপূৰ্ণ চিত্তাকৰ্ষক মৰশুমি ফুল, আৰু আছে মনোমোহা গোলাপ, নাৰ্জ্জি আৰু চম্পাফুল। বাৰাণ্ডাৰ মৃন্ময় পাত্ৰত আছে বিভিন্ন জাতৰ উদ্ভিদ, লতা পুষ্পৰ শোভা।

নেটাৰহাটৰ অৰণ্যৰ সৌন্দৰ্য্যই, বৃক্ষ-লতা তৃণ-পুষ্পৰ সমাৰোহে, অকোৱা পকোৱা উঠা-নমা পাহাৰী পথৰ দুইকাষৰ হৰিদ্ৰাভ কুসুম ৰাজিয়ে, পৰ্বতীয়া ঝৰণা, গিৰি, শ্যামল উপত্যকাই পৰ্য্যটকৰ মনলৈ আনে অপাৰ আনন্দ। ইয়াৰ সূৰ্য্যেদয় আৰু সূৰ্য্যাস্ত চাবলৈ বহু



ভ্ৰমণকাৰীৰ সমাবেশ হয়। "পালামৌ-বঙলা" আৰু বনবিভাগৰ বঙলাৰ সন্মুখৰ পৰা সূৰ্য্যোদয়ৰ অনুপম দৃশ্যই বিশ্বখনিকৰৰ কথা সোঁৱৰাই দিয়ে। কবিৰ ভাষাত "কিনো অনুপম শিল্পী তুমি"।

বনবিভাগৰ বঙলাৰ সন্মুখত বিস্তৃত শ্যামল গিৰি ৰাজি, তলত প্ৰসাৰিত উপত্যকা। ৰজনী শেষত ধীৰে ধীৰে অবগুণ্ঠনবতী উষাৰ আগমন যেন সঙ্কুচিত লজ্জাৱতী নৱ বধু উষা আহিছে স্বামী ভাস্কৰৰ লগত সন্মিলিত হবলৈ। উষাৰ পৰষে আনে ধৰিত্ৰীলৈ মধুৰ স্নিগ্ধতা আৰু কোমলতা।

পূব দিগন্তত তপনৰ আগমনৰ জাননী দিলেহি কোনোবা অদৃশ্য শিল্পীয়ে, ৰক্ত বৰ্ণেৰে আকাশ ৰঞ্জিত কৰি সেই শ্যামল পাহাৰৰ নিৰ্দিষ্ট ঠাইত, প্ৰথমে অগ্নি সদৃশ এদালি দ্বিতীয়াৰ চন্দ্ৰমাৰ আকৃতিৰ ৰেখা ওলাল সেয়ে তিল তিলকৈ জবাকুসুম সঙ্কাশং মহাদ্যুতি পূৰ্ণাবয়ব ভাস্কৰলৈ ৰূপান্তৰিত হৈ মানুহক কৰে মুগ্ধ। নব বধু উষা হৈ যায় বিলীন। সেই ৰবি কিৰণৰ প্ৰতিফলনে কৰে পূব দিগন্ত সমুজ্জল। দিনমনি কৰ্তব্যত ৰত হয়, সুপ্ত হয় সৌন্দৰ্য্য। স্মৃতি মাত্ৰকে লৈ মই বঙলালৈ আহি স্তোভ জ্বলাই পানী তুলি দিলো, চাহৰ কাৰণে।

প্ৰাতঃৰাশ সমাপন কৰি ওলাও ফুৰিবলৈ। নেটাৰহাট নাম কিয় হল নেজানো, ঠাইখনৰ মাধুৰ্য্যৰ লগত নামটো হলে একেবাৰে খাপ খোৱা নাই। সৰু ঠাই। ইয়াৰ আদিবাসী ওৰাং আৰু মুণ্ডা। দোকান বজাৰ তেনেকৈ নাই। প'লট্ৰি আৰু ডেইৰী ফাৰ্ম এখন আছে। বিজুলী চাকি আৰু পানীৰ ব্যৱস্থা ভালেই। কিছু দূৰে দূৰে আছে কেইটামান জলপ্ৰপাত। ইয়াত পাবলিক স্কুল এখনো আছে। স্কুলখন পতা ঠাই খন বৰ সুন্দৰ। চাৰিউফাললৈকে বহুদূৰ মুকলি উন্মুক্ত সমুজ্জল নীলা আকাশৰ তলত, সুপৰিকল্পিত বিদ্যালয় গৃহ সমূহৰ মাজত মুক্ত অঙ্গনখন বৰ ভাল লাগে। সেইদিনা আছিল

শৰতৰ উজ্বল সোণোৱালী ৰ'দ। মাজে মাজে পোৱা সুশীতল বৃক্ষ ছায়াই আনে শৰীৰ ও মনলৈ স্নিগ্ধতা। ফুৰি চাকি ক্লান্ত হৈ বঙলালৈ ঘুৰি আহিলো।

পিচদিনা ৰাতিপুৱা বাঁচিলৈ আহি পুণৰ যোগদা অশ্ৰমতে থাকিলোহি। আশ্ৰমৰ দৈনন্দিন অফিচৰ কাম কাজত এখেতে সহায় কৰি দিছিল, সেইকাৰণে, আশ্ৰমলৈ বেচি দিন থকাকৈ মাতিছিল। এইবাৰ আশ্ৰমত তিনি চাৰি দিনমান থকাৰ পিচত কলিকতালৈ আহিলো। পূজাৰ দিন কেইটা তাতেই কটোৱাৰ অভিপ্ৰায়ে।



# দক্ষিণ ভাৰত

ৰাঁচি এক্সপ্ৰেচ্ ট্ৰেইনখন কলিকতা খুব পুৱাতে আহি পায়হি কলিকতাত বীণাহঁতৰ ঘৰত থাকি সিহতৰ লগত বৰ আনন্দেৰে শাৰদীয় দুৰ্গোৎসব উপভোগ কৰি তেইশ অক্টোবৰত দক্ষিণ ভাৰত ভ্ৰমণৰ উদ্দেশ্যে হাওবালৈ আহি মাদ্ৰাজ এক্সপ্ৰেচত উঠি পৰিলো, ভগবানক প্ৰণাম জনাই। ট্ৰেইনত বিভিন্ন সম্প্ৰদায়ৰ, বিভিন্ন প্ৰান্তৰ মানুহ, নিজেও নিজৰ স্থান-কাল পাহৰি যোৱা যায়। প্ৰথমে সকলোৱে নিজৰ নিজৰ মাল পত্ৰ মুটিয়াৰ হাতত দি নিৰ্দিষ্ট স্থান বিচৰাত লাগি যায়। —হুলস্থূল। পিচত সকলোৱে এটা নিৰ্দ্ধাৰিত সময়ৰ নিমিত্তে নিজৰ নিজৰ ঠাইত প্ৰতিষ্ঠিত হৈ অলপ যেন সকাহ পায় ফুৰাৰ আনন্দ উপভোগত মন দিয়ে। ট্ৰেইনত কত ধৰণৰ মানুহ যে লগ পোৱা যায়; কতৰ লগত পথৰ বন্ধু হোৱা যায়। কিতাপ পঢ়ি, শুই, বহি, কথাপাতি দুই কাষৰ দৃশ্য উপভোগ কৰি সময় কটোৱা যায়।

দিনৰ ভাগত ৰেলৰ লাইনৰ দুই কাষে থকা বিভিন্ন ধৰণৰ দৃশ্যাৱলীয়ে মন আকৰ্ষিত কৰি ৰাখে, নতুন বস্তু দেখাৰ আনন্দত মনোনিবেশ। দক্ষিণত ৰেলৰ লাইনৰ কাষে কাষে তাল গছৰ শাৰী, তাৰ মাজে মাজে ধান খেতি। লোকালয়ৰ ওচৰত নাৰিকল আৰু কলৰ বাগান। তালপাতৰে সজা জুপুৰি ঘৰৰ গাওঁবিলাক দেখা যায়।

ষ্টেচন বা জংচনত যেতিয়া ৰেলখন ৰয়হি, বৰ ভাল লাগে। আমনি লগাকৈ আহি থকাৰ পৰা অলপ বিৰতি আৰু খোৱা বস্তু পোৱাৰ আশাত। ইদ্‌লি, দোচা, কফি, বৰা আৰু কাজু বাদামৰ সমাৰোহ ষ্টেচন বিলাকত।

গোদাবৰী নদীৰ ওপৰৰ সেতুখনত যেতিয়া ৰেলখন উঠেহি, সেই এটা নতুন দৃশ্য দেখি মন বৰ আনন্দিত হৈ পৰে। এই সেতুখন

চোৱা মাইল দীঘল। দুই কাষে কোনো ৰেলিং নাই। দক্ষিণ ভাৰতৰ ৰেল-পথৰ খোৱা বস্তু বিলাকতহে আমি তৃপ্তি নেপালো। সেই নিমিত্তে বেচি দিন ভালে থকা খোৱা বস্তু তৈয়াৰ কৰি লগত লৈ যাব লাগে। ট্ৰেইনত থকা কাল চোৱা যাত্ৰীখিনি যেন এটা পৰিয়ালৰহে মানুহ। ইজনে সিজনৰ লগত কথাবতৰা পাতিছে, চাব লগীয়া নতুন ঠাইখনৰ বিষয়ে অনুসন্ধান কৰিছে—থকা মেলা, ফুৰাচকাৰ, নিজৰ নিজৰ ভ্ৰমণৰ কথা, ঘৰুৱা দুই-এটা খা-খবৰ, ইত্যাদি। গন্তব্য ষ্টেচন পোৱাৰ লগে লগে কোনেও কালৈকো নেচায়, নিজৰ নিজৰ মালপত্ৰ লৈ নামিবৰ কাৰণে খৰখেদা। এনেকৈয়ে দুৰাতি কটোৱাৰ পিচত "মাদ্ৰাজ চাউঠ সেণ্ট্ৰেল ৰেল ষ্টেচন" পালোহি।

সেইদিনা ট্ৰেইন সাত ঘণ্টা দেৰী আছিল। ৰাতিপুৱাই মাদ্ৰাজ পাবহি লাগিছিল কিন্তু পালোহি গধূলি। এনেয়ে দূৰৰ পথ তাতে গাড়ী থিক সময়ত আহি নেপালে বৰ আমনি লাগে। গাড়ীৰ পৰা নামিয়েই মুটিয়াৰ মূৰত মালপত্ৰখিনি দি ওচৰৰে হোটেল এটাত উঠিলোগৈ। হোটেলটোত থাকিবৰ হে বন্দবস্ত আছে, বাহিৰত খাব লাগে। মাদ্ৰাজত বহু হোটেলতে খোৱা আৰু থকা দুয়োটা বন্দবস্ত নেৰাখে। কিন্তু ক'লে খোৱা তেওঁবিলাকে অনাই দিয়ে। আমি বিছনাপত্ৰ ঠিকথাক কৰি ওচৰতে থকা হোটেল এখনত ভাত খাই সেই ৰাতিৰ নিমিত্তে বিশ্ৰাম ললোহি। পিছদিনা 'মায়লাপুৰত' থকা আমাৰ বন্ধু এঘৰলৈ যাবৰ কাৰণে ওচৰৰে মানুহ এজনক মায়লাপুৰলৈ যোৱা বাচৰ নম্বৰ সুধি বাচ ষ্টেণ্ডত ৰলোহি। ষ্টেণ্ডত ৰৈ থকা এজন মাদ্ৰাজী ভদ্ৰলোকক এখেতে সুধিলে,—

"আপুনি মায়লাপুৰলৈ কোন নম্বৰ বাচেৰে যাব লাগে জানে নেকি ?"

"হয়, জানো, ময়ো মায়লাপুৰলৈকে যাম।"

"আপুনি তেনেহলে কেশব পেৰুমলৰ শ্ৰীএম্ জি, পাৰ্থসাৰথিক



চিনি পায় নেকি ? আমি অসমৰ পৰা আহিছো আৰু তেখেতৰ ঘৰলৈ যাব খুজিছো।"

"তেখেতক মই চিনি নেপাও, কিন্তু ঘৰটো উলিয়াই আপোনাক সহায় কৰি দিব পাৰিম। ময়ো মায়লাপুৰলৈকে যাম যেতিয়া আমি একেখন বাচত উঠিম ও মই নামিলে আপোনালোকেও নামি পৰিব।"

এনেতে মায়লাপুৰৰ বাচ আহি পালেহি আৰু আমি তিনিও লৰালৰিকৈ বাচত উঠি পৰিলো। তেওঁৱেই আমাৰ বাচৰ টিকট দুটাও কিনিলে। মায়লাপুৰত নামি এখন টেক্সিৰ সহায়েৰে তেখেতে আমাক শ্ৰীপাৰ্থসাৰথিৰ ঘৰত থৈ গলহি। বৰ ভাল লাগিল মাদ্ৰাজৰ প্ৰথম অভিজ্ঞতা। টেক্সিখনত ভদ্ৰলোক জনক লৈ ফিৰি যোৱা পয়চা দিব খোজোতে তেওঁ কলে যে তেওঁৰ গন্তব্য স্থান ইয়াৰ পৰা ওচৰতে। টেক্সী নেলাগে। ভদ্ৰলোকক তেওঁৰ অযাচিত সহায়ৰ কাৰণে আন্তৰিক ধন্যবাদ জনাই বিদায় ললো।

আমাক দেখি শ্ৰীপাৰ্থসাৰথিৰ ঘৰৰ পৰিয়াল বৰ্গই বৰ আদৰ সাদৰ কৰিলে। আমাৰ সম্বন্ধে অসমত আমাৰ ঘৰ ভাড়ালৈ থকা শ্ৰীশেষাদ্ৰীৰ পৰা চিঠি পাইছে। কফি আনিলে, আমি ক'ত উঠিছো সুধিলে। হোটেলত উঠিছো বুলি কোৱাত কলে, "কেলেই হোটেলত উঠিব লাগিছিল, আমাৰ ঘৰতে থাকিব পাৰে।" তেওঁলোকৰ পৰিয়াল হল, মাক, শ্ৰীপাৰ্থসাৰথি, শ্ৰীশেষাদ্ৰী, সৰু ভায়েক শ্ৰীকৃষ্ণমূৰ্ত্তি, পাৰ্থসাৰথিৰ স্ত্ৰী পদ্মাৱতী, সৰু ভনীয়েক ইন্দিৰা আৰু শ্ৰীশেষাদ্ৰীৰ চাৰি বছৰীয়া ছোৱালী ৰাধা। শ্ৰীকৃষ্ণ মূৰ্ত্তি আৰু ইন্দিৰাৰ বিয়া হোৱা নাই। পদ্মাৱতীৰ কোনো সতি-সন্তান হোৱা নাই। শ্ৰীশেষাদ্ৰী, তেওঁৰ পৰিবাৰ আৰু ল'ৰা এটাৰে সৈতে আমাৰ ভাড়া ঘৰতে এবছৰ আছে। মাক গৰাকী মৰমিয়াল আৰু সাদৰী। আমাক তেওঁলোকৰ ঘৰত ভাত খাই যাবলৈ অনুৰোধ কৰিলে। আমি প্ৰথমে খাবলৈ আপত্তি কৰিছিলো, কিন্তু

তেওঁলোকৰ ইমান আন্তৰিকতাপূৰ্ণ আগ্ৰহ দেখি আমি ভাত নোখোৱাকৈ আহিব নোৱাৰিলো। দক্ষিণৰ মানুহে আলহীক কলাপাতত ভাত দিয়ে। তেওঁলোকৰ এইটো বোলে সন্মানৰ চিন।

আমি দক্ষিণত ফুৰোতে দক্ষিণৰ ভদ্ৰলোক শ্ৰেণীৰ পৰা যথেষ্ট সহায় পাইছো। তেওঁলোকে মানুহক আন্তৰিকতাৰে সৈতে সহায় কৰে। কিন্তু ষ্টেচনৰ মজদূৰ, ৰিক্সা চালক এনেবিধ মানুহে নতুন মানুহ দেখিলেই এগুণত দুগুণ পয়চা লয়।

মাদ্ৰাজ চিটিত ফুৰাচকা কৰোতে আমাৰ লগ আছিল শ্ৰীকৃষ্ণমূৰ্ত্তি নহলে শ্ৰীমতী ইন্দিৰা। মাদ্ৰাজত তিনিদিন আছিলো আৰু এই কেইদিনত মেৰিণা বিচ্ ( সাগৰৰ পাৰ ), পাৰ্থসাৰথিৰ মন্দিৰ, শিশু উদ্যান, চিৰিয়াখানা, মূৰ মাৰ্কেট, কপালেশ্বৰম মন্দিৰ, কেশৱ পেৰুমল মন্দিৰ, ইত্যাদি দৰ্শন কৰিলো। শিশু উদ্যান খন চাই বৰ ভাল লাগিল। শিশুৰ উপযোগী কৰি জীৱ জন্তুৰে সৈতে উদ্যানখন সজাইছে। তাত এখন শিশু ট্ৰেইন (Toy Train) আছে। মূৰ মাৰ্কেটখন কলিকতাৰ নিউমাৰ্কেটৰ আৰ্হিৰে যদিও কৰিছিল কিন্তু তেনেকুৱা দেখ নিয়াৰ আৰু পৰিপাতি হোৱা নাই। মূৰ মাৰ্কেটখন চাউথ সেণ্ট্ৰেল ষ্টেচনৰ পৰা দুই ফালং মান দূৰত। মাদ্ৰাজী বিলাক বৰ ধৰ্ম্মপ্ৰাণ। মন্দিৰত সদায় পুৱা গধূলি বহু মানুহৰ সমাগম। পুৱাতকৈ গধূলি দৰ্শকৰ ভীৰ বেচি হয়। জনসাধাৰণৰ মন্দিৰৰ প্ৰতি আগ্ৰহ বৰ বেচি দেখিলো। দক্ষিণৰ মন্দিৰ বিলাকত গোপোৰম ( বাটচ'ৰা ) বৰ ডাঙৰ। যি দেবতাৰ মন্দিৰ সেই দেবতাৰ মূৰ্ত্তি আৰু বহু নক্সাৰে সৈতে ধুনীয়া কাৰুকাৰ্য্য কৰি মন্দিৰৰ চূড়াতকৈ গোপোৰম ওখকৈ সাজে। মন্দিৰৰ ব্যৱস্থা বৰ সুন্দৰ। মন্দিৰৰ গোপোৰমৰ সন্মুখতে প্ৰসাদ বিক্ৰি হয়। প্ৰসাদত কল, নাৰিকল, ধূপ, কৰ্পূৰ, পান, চুপাৰি সজাই থয়। প্ৰসাদৰ বেচি কম আছে, তেনেকৈ দামৰো তাৰতম্য। যাৰ যি ধৰণৰ ইচ্ছা তেনেকৈয়ে নিব পাৰে, ফুলৰ মালাও বিক্ৰী হয়। আপুনি তাৰে প্ৰসাদ কিনিলৈ



পূজাৰীক দিলে, পূজাৰীয়ে তেওঁলোকৰ যথাৰীতি নিয়মেৰে ভগবানৰ ওচৰত নিবেদন কৰি কৰ্পূৰ, ধূপ জ্বলাই নাৰিকল ভাঙি প্ৰসাদৰে সৈতে আপোনাক ঘুৰাই দিয়ে। আপুনি দৰ্শন ও সেৱা জনাই গুচি আহক। প্ৰত্যেক মন্দিৰেই পৰিষ্কাৰ পৰিচ্ছন্ন ও সমৃদ্ধিশালী।

দক্ষিণৰ বিয়াবাৰু আমাৰ নিচিনাকৈ ঘৰতে নহয়। তেওঁলোকৰ "কল্যাণ মণ্ডপম" বুলি ঠায়ে ঠায়ে বিয়া বাহৰ আছে। বিয়া ঘৰীয়াই যি কেইদিনৰ নিমিত্তে "কল্যাণ মণ্ডপম" দৰকাৰ, ভাড়া লয়। তাত সকলো সু-বন্দবস্ত আছে। ঠাকুৰ, কাম কৰা মানুহ, বাচন-বৰ্ত্তন, পিৰা, মছলাবতা পতা, চাউল গুৰি কৰা সজুলী, চকী, মেজ, পানী, লাইট, শোৱা কোঠা, গা ধোৱা ঘৰ, চেনিটেৰী, গড্ৰেজ আলমাৰী পৰ্য্যন্ত সকলো সুবিধাই আছে। "কল্যাণ মণ্ডপম" তিনি তলালৈকে আছে। ঘৰ চাই ভাড়া। আমি মায়লাপুৰত থকা কপালেশ্বৰম মন্দিৰৰ কল্যাণ মণ্ডপমটো চাইছিলো, বেচ সুন্দৰ বন্দবস্ত। দুইতলা ঘৰ। তলৰ তলাৰ মাজতে হলঘৰ, নাচঘৰ, হোমৰ বেদী, দুই কাষে মানুহ থকা কোঠা, বহু মানুহে একে লগে খাব পৰা হল ঘৰ। কাৰোবাৰ নাচ গানৰ আসৰ বহুৱাবৰ মন থাকিলে তাৰ কাৰণেও ব্যৱস্থা আছে। প্ৰত্যেক মন্দিৰৰ সৰু ডাঙৰ কল্যাণ মণ্ডপম আছে। সেইবোৰৰ পৰা যথেষ্ট আয় হয়।

দক্ষিণৰ পূৰ্ব্বপ্ৰান্ত জুৰি আছে পূৰ্ব্বঘাট পৰ্ব্বত মালা। সেই পূৰ্ব্বঘাট পৰ্ব্বতৰ এটা চূড়াৰ নাম হৈছে তিৰুমালাই বা ভেঙ্কটাচল। তিৰুমালাইৰ এডখৰ সমতল ঠাইত বালাজীৰ মন্দিৰ। বালাজী হ'ল শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী শ্ৰীবিষ্ণু ভগবানৰ মূৰ্ত্তি।

মাদ্ৰাজৰ পৰা আমি বালাজী ভেঙ্কটেশ্বৰ শ্ৰীনিবাস মন্দিৰ দৰ্শন কৰিবৰ নিমিত্তে ৰাওনা হলো। মাদ্ৰাজৰ প্যাৰীকৰ্ণাৰত থকা বাচ ষ্টেণ্ডত তিৰুপতিলৈ যোৱা চৰকাৰী বাচত উঠিলো। লগত বিচনা দুখন, চুটকেচ এটা। বাকী বস্তু মায়লাপুৰত শ্ৰীপাৰ্থসাৰথি হঁতৰ ঘৰত থৈ আহিলো। ৰাস্তা বেচ সুন্দৰ। আমি অন্ধ্ৰপ্ৰদেশৰ তিৰুপতি

আবেলি তিনিমান বজাত পালোগৈ। মাদ্ৰাজৰ পৰা তিৰুপতি ৯৪ মাইল। চৰকাৰী বাচ ষ্টেণ্ডৰ পৰা দেৱস্থানমৰ বাচ ষ্টেণ্ডলৈ ৰিক্সা এখনেৰে গলো, দুইফার্লংমান হব।

তিৰুপতিৰ পৰা তিৰুমালাইৰ শ্ৰীভেঙ্কটেশ্বৰ মন্দিৰ বাৰ মাইল। দেৱস্থানমৰ সুন্দৰ বাচ চাৰ্ভিচ আছে। পোন্ধৰ বিশ মিনিটৰ অন্তৰে অন্তৰে পুৱা ছয় বজাৰ পৰা গধূলি আঠ বজালৈকে বাচ চলে। আমি টিকট কাটি বাচত উঠিলো। বাচ চলিবলৈ আৰম্ভ কৰিলে, কিছুদূৰ সমান ৰাস্তাৰে যোৱাৰ পিচত গাড়ী ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিলে, ধ্যান গম্ভীৰ পূৰ্ব্বঘাট পাহাৰলৈ। বনানী অঞ্চলৰ মাজেৰে অকোৱা পকোৱা পিচ দিয়া ৰাস্তা। মাজে মাজে সৰু পাহাৰী নদীৰ শীৰ্ণ ৰেখা শিলৰ ওপৰেদি বাগৰি আহিছে। শিলনীৰ মাজত নানাধৰণৰ বনৰীয়া পুষ্প, তৃণ-লতা। সকলোতে আনন্দশ্ৰী বিৰাজিত। মাজে মাজে পাতল অৰণ্যানী। শিলেৰে বন্ধোৱা খোজ কাঢ়ি যাব পৰা ৰাস্তাও মাজে মাজে দেখা যায়। খোজ কাঢ়ি যোৱা বাটত বিজুলীচাকিৰ সুন্দৰ ব্যৱস্থা আৰু পথ যাত্ৰীয়ে পিয়াহত খাবৰ নিমিত্তে পানীকল আছে। ইটো পাহাৰৰ পৰা সিটো পাহাৰলৈ সংলগ্ন কৰা সেতুৰ ওপৰেদি যাওঁতে দেখা প্ৰাকৃতিক সৌন্দৰ্য্যাৱলীয়ে মনত সাঁচ বহুৱাই থৈ যায়। এনেকৈ মনোমোহা অকোৱা পকোৱা উঠা নমা ৰাস্তাৰে গৈ চাৰিমান বজাত তিৰুমালাই পাহাৰৰ ওপৰত সমান ঠাইখিনিৰ নিৰ্দিষ্ট ঠাইত বাচ ৰল। তেতিয়া সন্ধ্যা সমাগত, অলপ ঠান্ডা লাগিছে, গৰম কাপোৰ খন উলিয়াই ললো। ওপৰত কিন্‌কিনীয়া বৰষুণ, খুব বতাহ মাৰিছে। মই মাল ৰখি বহি থাকিলো, এখেতে মানুহ এটা লৈ দেৱস্থানৰ অফিচত আগতে ৰিজাৰ্ভ কৰি থোৱা কটেজৰ খবৰ কৰি চাবি লৈ আহিল। মজদুৰটোৰ সহায়ত বাকচ বিছনা সহ দেৱস্থানৰ ভাড়া দিয়া আলহী ঘৰত উঠিলোগৈ। তেতিয়া সন্ধ্যা হৈছে, অলপ বৰষুণো হৈ গল। দুটা কোঠা, গা-ধোৱা ঘৰ, চেনিটেৰী আৰু পানী সকলো সুবিধা



থকা। চফা কৰা মানুহ ৰৈয়েই থাকে। পয়চা দি চফা কৰি লব লাগে।

বিছনা পত্ৰ ঠিকথাক কৰি থৈ মুখ হাত ধুই উঠিছো, এনেতে মাল অনা মানুহটোৱে কলে, "মাইজী আপলোগ ধৰ্ম দৰ্শন কৰেঙ্গেটো আভি আভি চলিয়ে। আভি মন্দিৰ খোলা হায়।" তাৰ মুখত হিন্দী শুনি বৰ ভাল লাগিল। তেওঁ হিন্দুস্থানী মানুহ নে বুলি সোধাত সি কলে "নেহী হাম মাদ্ৰাজী হো, লেকিন আপলোগকে চাথ্ বাত বল্‌তে বল্‌তে কুচ্ হিন্দী শিখ্ লিয়া।" মাদ্ৰাজত হিন্দী প্ৰায় নকয় বুলিলেই হয়, ইংলিছ নহলে তামিল।

আমি লৰালৰিকৈ গৰম কাপোৰ কানি পিন্ধি তাৰ লগতে গলো। আন্ধাৰ ৰাতি, বাট পথ নিচিনো, সি আগে আগে বাট দেখুৱাই লৈ গল। মন্দিৰলৈ দুই ফাৰ্লং মান যাব লাগে। মন্দিৰৰ গোপোৰম পাৰ হৈ দেখো যে খুব দীঘল মানুহৰ শাৰী। সি দেখুৱাই দিয়াত আমিও লাইনত থিয় হলোগৈ।

লাহে লাহে মানুহৰ শাৰী আগুৱাই গৈ আছে। যথাসময়ত মন্দিৰৰ দুৱাৰ মুখ পালোগৈ। আমাৰ সেই খিনি পাওঁতে আঢ়ৈ ঘন্টা সময় লাগিল। বেৰত বিভিন্ন ধৰণৰ ভগবানৰ কাহিনী অৱলম্বন কৰি অঁকা কিছু চিত্ৰ আঁৰি থৈছে। কিছু সময় সেই চিত্ৰ চাই চাই আগুৱাই থাকিবলৈ আমনি নেলাগে। খুব মন্থৰ গতিৰেহে মানুহৰ শাৰী আগুৱায়।

প্ৰথম দুৱাৰ মুখ পালো। সোণেৰে বন্ধোৱা চৌকাঠ। সোণৰ পাত মেৰিওৱা দুৱাৰ। দ্বিতীয় দুৱাৰ দলিও সেই একে ধৰণেৰে সোণৰ। তৃতীয় দুৱাৰ দলিৰ পৰা লাইন আগুৱাবলৈ নিদিয়ে। সকলোবোৰ সোণৰ, তাৰপৰা ভগবান শ্ৰীনিবাসক দৰ্শন কৰিব লাগে। শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী শিলৰ বিষ্ণু ভগবানৰ মূৰ্ত্তি। মাত্ৰ মুখাৰবিন্দ হে ওলাই থাকে। হাত, বুকু, চৰণ সকলো সোণেৰে বন্ধোৱা। কপালত হীৰাৰ উৰ্দ্ধপুণ্ড, মাজত ৰুবি। সোণৰ হীৰা

মুকুতা খটোৱা মুকুট, ফুলৰ মালা, অসংখ্য প্ৰদীপৰ পোহৰত জিলমিলাই থকা ভগবানৰ ৰূপ দৰ্শন কৰি নয়ন মন সাৰ্থক হল। বেচি দেৰী ৰৈ থাকিব নোৱাৰি, পূজাৰীৰ তাগিদ, পিচৰ মানুহৰ আগুৱাবলৈ তাৰণা, গতিকে গৈ থাকিব লাগে। দৰ্শনৰ শেষত বাহিৰ ওলাই মন্দিৰ প্ৰদক্ষিণ কৰি, থকা ঠাইলৈ আহিলো। খাবৰ নিমিত্তে দেৱস্থানৰ ভোজনালয় আৰু অন্য হোটেল আছে। আমি সেইদিনা দেৱস্থানৰ ভোজনালয়তে ভাত খালো। দক্ষিণৰ খোৱা বৰ জ্বলা।

পিচদিনা পুৱা চাৰি বজাৰ পৰা মন্দিৰৰ কাম কাজ আৰম্ভ হল। বিছনাত পৰি থাকোতেই মন্দিৰৰ পৰা ভক্তিমূলক কৰ্ণাটক সঙ্গীতৰ ৰাগ মাইকত ভাহি আহি কাণত পৰিলহি। লৰালৰিকৈ উঠি বহি ভেঙ্কটেশ্বৰৰ উদ্দেশ্যে প্ৰণাম জনাই বিছনা এৰিলো। দুৱাৰ খুলি বাহিৰলৈ ওলাই চকুত পৰিল কেউফালৰ ধোৱা বৰণীয়া, বৃক্ষলতাৰে পৰিপূৰ্ণ পাহাৰ, ওখ চাপৰ ভূমি, প্ৰস্তৰৰ ওপৰেদি বাগৰি অহা পৰ্বতীয় জুৰি। প্ৰত্যুষৰ কোমলতা সনা তিৰুমলাইৰ চিত্তাকৰ্ষক দৃশ্যাৱলীয়ে মনলৈ আনিছে আনন্দৰ প্ৰেৰণা। মানুহ 'ধৰ্মদৰ্শনৰ' কাৰণে মন্দিৰলৈ যাবলৈ আৰম্ভ কৰিছেই। আমিও গৰম পানী অনাই গা ধুই মন্দিৰলৈ যাবলৈ ওলালো।

মন্দিৰৰ ওচৰ পাই দেখিলো যে বিৰাট যাত্ৰীৰ সমাগম। আগদিনা ৰাতি ভালকৈ মন কৰিবপৰা নাছিলো, এতিয়া দিনৰ পোহৰত ভালকৈ দেখিছো। বিৰাট মন্দিৰ এলেকা। সন্মুখত চোতাল, দুই কাষে কফি আৰু ভাতৰ হোটেল, দেৱস্থানৰ ভোজনালয়, ডাক্তৰখানা, অফিচ, কিতাপৰ দোকান, ইত্যাদি। পাৰহৈ বাওঁহাতে বালাজীৰ মন্দিৰ, য'ত দিনে শ'শ' মানুহে ভগবানৰ উদ্দেশ্যে নিজৰ মূৰৰ চুলি দান কৰিছে। প্ৰথম লৰাছোৱালীৰ চুলি বালাজীৰ উদ্দেশ্যে হয়তো মাক বাপেকে মানস কৰি থৈছে, গৈ তাত মুণ্ডন কৰিছে। অকল কণ কণ লৰাছোৱালীয়েই নহয়, ডেকা, গাভৰু, মুনিহ, তিৰুতা সকলো বয়সৰ মানুহে ভগবানৰ উদ্দেশ্যে নিজৰ সৌন্দৰ্য্যৰ এটা অংশ দান কৰিছে। তেওঁলোকৰ মতে চুলি দানৰ সমান শ্ৰেষ্ঠ দান নাই।



আমি মন্দিৰ পাওতে 'ধৰ্মদৰ্শন' বন্ধ হল। 'টিকট দৰ্শনৰ' নিমিত্তে মানুহে শাৰী পাতিছে, আমিও গৈ লাইনত থিয় হলোগৈ। দৰ্শন দুই ৰকমৰ আছে। এটা হল 'ধৰ্ম দৰ্শন', পয়চা নেলাগে। সময় বান্ধি দিয়া আছে। ৰাতিপুৱা পাঁচ বজাৰপৰা আঠ বজালৈ, দুপৰীয়া দুই বজাৰ পৰা চাৰিবজালৈ আৰু গধূলি সাত বজাৰ পৰা 'ন' বজালৈ। বিশেষ বা টিকেট দৰ্শনৰ সময় হল,—ৰাতিপুৱা চাৰে আঠ বজাৰ পৰা চাৰে এঘাৰ বজালৈ আৰু আবেলি পাঁচ বজাৰপৰা সাত বজালৈ। টিকটৰ হাৰ চাৰি টকাৰপৰা এশ টকালৈকে।

গোপোৰম পাৰহৈ দুই পিনে দোকানৰ শাৰী, মাজত বাট। দোকানত প্ৰসাদ, পূজাৰ সামগ্ৰী, ভগবানৰ ছবি, মনোহাৰী বস্তু, ইত্যাদি। তাৰ পিচত ছিৰি নামি পায় মন্দিৰৰ বাহিৰৰ প্ৰস্তৰ নিৰ্মিত প্ৰাঙ্গণ। আমি তাৰে দোকান এখনৰ পৰা প্ৰসাদ কিনিলো। প্ৰসাদ পলিথিনৰ মোনাত ভৰাই, মন্দিৰৰ বাহিৰৰ বাৰাণ্ডাত লাইনত থিয় হলো। তেতিয়া লাইন আগুৱাব আৰম্ভ কৰা নাই। লাইনত মানুহ বহি আছে। বহিবলৈ মন্দিৰৰ বাৰান্দাত বেঞ্চ আছে। আমিও বহিলো।

মন্দিৰৰ কৰ্মচাৰি সকল মন্দিৰৰ চিনাক্তকৰণ বেজ পিন্ধা। খবৰ কৰাত ক'লে যে আঠ বজাৰপৰা লাইন খুলি দিব। আঠ বাজিল, নাই যাবলৈ হুকুম হোৱা নাই। চাৰে আঠ বজাত লাইন খুলি দি আগুৱাবলৈ আদেশ দিলে। ৰৈ ৰৈ বিৰক্তি লগা দৰ্শকৰ মুখত আশাৰ ৰেঙণি পৰি সকলোবিলাক প্ৰফুল্লিত হৈ পৰিল।

শাৰী মন্থৰ গতিত আগুৱাবলৈ ধৰিলে। দিনত ভালকৈ দেখিলো, বিশাল মন্দিৰ, বিভিন্ন নক্সাৰে সৈতে প্ৰস্তৰ খোদিত বাৰাণ্ডাৰ খুটা, ছাতি ইত্যাদি। শামুকীয়া গতিৰে গৈ মন্দিৰৰ প্ৰথম

বাটচৰা পাৰ হলো, তাৰ পিচত সোণৰ গৰুৰ স্তম্ভ পাৰহৈ অন্য এটা সৰু মন্দিৰৰ কাষেৰে পাৰহৈ আকৌ এখন বাৰাণ্ডাত প্ৰবেশ কৰিলো, তাতেই টিকট কিনিব লাগে। আমাৰ দুয়োৰো ভিতৰত আঠ টকাৰ টিকট কিনি আগুৱাবলৈ ধৰিলো। যাওতে মন্দিৰৰ ভিতৰত সোণৰ পাল্কী, সোণৰ সিংহাসন, সোণৰ দণ্ড, ইত্যাদি চাই গৈ আছো। বাৰাণ্ডা বিলাকতো সোণেৰে বন্ধোৱা হাতী, ঘোৰা, খাট, পালেং, দোলা এই সকলোবিলাক চাই গৈ মূল মন্দিৰৰ দুৱাৰ মুখৰ আহল বহল হল ঘৰ এটা পালোগৈ। এই ঘৰৰ কাষতে মন্দিৰ প্ৰতিষ্ঠা কৰা ৰজা ৰাণীৰ তামৰ মূৰ্ত্তি। সোমায়েই ওপৰলৈ চাই দেখিলো সুন্দৰ চিত্ৰ বিচিত্ৰ ছাতি। পিচত হল ঘৰৰ মাজেৰে গৈ মন্দিৰৰ সোণৰ চৌকাঠ ও দুৱাৰ দলি পাৰ হলো, প্ৰথমটো পাৰ হোৱাৰ পিচত আৰু এটা, এনেকৈ চতুৰ্থটো পাৰ হৈ ভগবান দৰ্শন কৰিলো। টিকট দৰ্শনত ধৰ্ম দৰ্শনতকৈ এক দুৱাৰ দলি আগুৱাবলৈ দিয়ে কিন্তু বেচি সময় ৰবলৈ নিদিয়ে, তথাপিও ভালকৈ দৰ্শন হয়। নানা স্বৰ্ণ-অলঙ্কাৰ হীৰা-মুকুতা শোভিত, মূল্যবান বস্ত্ৰ পৰিহিত, চন্দন চৰ্চিত, মনিহেম সমলঙ্কৃত বাহু চতুৰ্দয়, পুষ্পমালা ও হেমহাৰ, শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী বালাজী ।ভেঙ্কটেশ্বৰক। সেই দৰ্শন হলেই পূজাৰীয়ে দৰ্শন প্ৰাৰ্থীৰ হাতৰ পৰা টিকট লয় আৰু তাৰ পৰিবৰ্তে এটা অকণমানি পেকেট দিয়ে, তাতে ভগবানৰ নিৰ্মালি থাকে। চন্দন ও কৰ্পূৰ, সেয়ে নিৰ্মালি। আমি লগত নিয়া প্ৰসাদ হাততে আছিল, ভগবানক দেখুৱালোহে। সেই প্ৰসাদ বাহিৰত থকা স্তম্ভত কৰ্পূৰ, ধূপ জ্বলাই দি নাৰিকল ভাঙিলো। সকলো দৰ্শনাৰ্থীক দেখা দেখি আমিও কৰিলো।

ভেঙ্কটেশ্বৰক মানুহে কিমান যে টকা, পয়চা, সোণ-ৰূপ, ভোগৰ বস্তু নিবেদন কৰিছে নেদেখিলে বুজাব নোৱাৰি। ভগবান বৰ জাগ্ৰত বুলি কয়। এই ভগবানক লৈ পূৰ্বতে শৈব আৰু বৈষ্ণৱ সকলৰ মাজত মতানৈক্য হৈছিল। অৰ্থাৎ বিষ্ণু নে সদাশিৱ।



একো নিৰ্ণয় কৰিব নোৱাৰি পৰম বৈষ্ণৱ ভক্ত শ্ৰীৰামানুজ স্বামীয়ে কলে যে দেৱতা সকলৰ অস্ত্ৰ শস্ত্ৰ মন্দিৰৰ ভিতৰত থৈ দুৱাৰ বন্ধ কৰি থোৱা যাওক। যি দেৱতাৰ যি অস্ত্ৰ তেওঁৰ হস্ত সেই অস্ত্ৰ শস্ত্ৰৰে সুশোভিত হব।

সেইমতে শঙ্খ, চক্ৰ, গদা, পদ্ম, ত্ৰিশূল, ইত্যাদি ভগবানৰ ওচৰত থৈ মন্দিৰৰ দুৱাৰ ভক্ত সকলৰ সাক্ষাতে বন্ধ কৰি ভক্তসকল বাহিৰত ৰৈ থাকিল। পিচদিনা যথাসময়ত মন্দিৰৰ দুৱাৰ মুকলি কৰি দেখে যে শঙ্খ, চক্ৰ, গদা, পদ্ম চাৰিহাতে সুশোভিত হৈ আছে। তেতিয়াৰে পৰা শঙ্খ, চক্ৰ, গদা, পদ্ম ধাৰী নাৰায়ণ ৰূপে প্ৰখ্যাত হল। তেওঁৰ নাম হল শ্ৰীশ্ৰী বালাজী ভেঙ্কটেশ্বৰ শ্ৰীনিবাস।

এই ভেঙ্কটেশ্বৰক লৈ আৰু এটা অলৌকিক কাহিনী আছে।

১৮৮৮ চনত দক্ষিণ ভাৰতৰ কাকিনাদত নালাপ্পাচেট্টি বুলি এজন ব্যৱসায়ী আছিল। তেওঁৰ ঘৈণীয়েকৰ নাম ৰাধা। তেওঁলোক দুয়ো ভগবান ভেঙ্কটেশ্বৰৰ ভক্ত আছিল। তেওঁলোকৰ কোনো সন্তান সন্ততি নাছিল, সেইকাৰণে ৰাধাৰ মনত দুখ। এদিন ৰাধাই তেওঁৰ স্বামীক কলে, "স্বামী, আমি ভগবান ভেঙ্কটেশ্বৰক অন্তৰেৰে পূজা কৰো আৰু বহুত দান দক্ষিণাও কৰো। কেইবাটাও ধৰ্মশালা সজাই দিছো। ভগবানৰ কামত খৰছ কৰোতে আমাৰ সম্পত্তিও ক্ষয় হল। প্ৰত্যেক দিন তেওঁক একান্ত বিশ্বাস ও ভৰসা কৰি পূজা পাতল কৰি আছো, তথাপিও ভগবান ভেঙ্কটেশ্বৰে আমাৰ মনোবাঞ্ছা পূৰণ নকৰিলে। মোৰ আৰু তেওঁৰ প্ৰতি বিশ্বাস হেৰাই আহিছে।"

তেতিয়া নালাপ্পাচেট্টিয়ে তেওঁৰ পত্নী ৰাধাক হাঁহি হাঁহি কলে,— "ৰাধা, তুমি ভেঙ্কটেশ্বৰৰ শক্তিৰ বিষয়ে একোকে বুজি পোৱা নাই। যেতিয়ালৈকে আমাৰ কৰ্মফল খণ্ডন নহয় তেতিয়ালৈকে আমি ভুগিব লাগিব। আন্তৰিকতাৰে সৈতে ভেঙ্কটেশ্বৰক পূজা কৰি যোৱা তেওঁ নিশ্চয় এদিন নহয় এদিন দয়া কৰিব।"

ব্যৱসায়ত নালাপ্পাচেট্টিৰ সততাৰ কথা সকলোৱে মাজত জনাজাত। ক্ৰমান্বয়ে তেওঁৰ ব্যৱসায় বেয়াৰ ফালেহে ঢাল খালে আৰু টকাৰ অভাৱত ব্যৱসায় বন্ধ হবৰ উপক্ৰম হল। তেতিয়া ৰাধাই স্বামীক কলে,—"তোমাৰ ভগবান ভেঙ্কটেশ্বৰৰ ওপৰত ইমান বিশ্বাস ও সদায়েই একান্তমনেৰে পূজা পাতল কৰি আহিছা। তথাপিও, আমাৰ অৱস্থা দিনক দিনে বেয়া হৈহে আহিছে, কোনোবা দিনা ভিক্ষাৰ পাত্ৰ হাতত লব লাগিব।" নালাপ্পাচেট্টিয়ে ৰাধাক শ্ৰীভেঙ্কটেশ্বৰ ভগবানৰ ওপৰত বিশ্বাস ৰাখিবলৈ কৈ কলে—"মই মোৰ বন্ধু ধনী কাশিম চাহাবৰপৰা টকা ধাৰে আনি মোৰ ব্যৱসায় পুনৰ উন্নতি কৰিম।"

পিছদিনা যথাৰীতি প্ৰাতঃকৃত্য সমাপন কৰি নালাপ্পাচেট্টিয়ে ভগবান ভেঙ্কটেশ্বৰক অতি কাতৰে প্ৰাৰ্থনা কৰি কলে—"প্ৰভু, তোমাৰ ভক্তক তুমি সদায়েই ৰক্ষা কৰি আহিছা। ভক্ত প্ৰহ্লাদক তেওঁৰ অসুৰ পিতৃ হিৰণ্যকশিপুৰ হাতৰপৰা ৰক্ষা কৰিছিলা। গজেন্দ্ৰই তোমাক সৰোবৰৰ মাজত শুৰত পদ্মফুললৈ স্তুতি কৰিছিল গ্ৰাহৰ হাতৰ পৰা ৰক্ষা পাবলৈ—'শুণ্ডে মেহ্লাই পদ্মগোট উপৰক তুলি গজেন্দ্ৰ শৰণ লৈল ত্ৰাহি হৰি বুলি।' তুমি গজেন্দ্ৰক উদ্ধাৰ কৰিলা। প্ৰভু, মই আৰু মোৰ পত্নী দুয়ো কায়মনোবাক্যে তোমাত শৰণ লৈছো। তুমি আমাৰ প্ৰতি যেন সদয় হোৱা। তুমি বিনে প্ৰভু, অন্য গতি নাই। আমাৰ অভিলাষ পূৰণ কৰা।"

দুঃখ কষ্টৰ মাজত ভগবানে ভক্তৰ একাগ্ৰতা পৰীক্ষা কৰে।

শ্ৰীনালাপ্পাচেট্টিয়ে টকা দুহেজাৰ শতকৰা দুই টকা হাৰে দলিল লিখি কাশিম চাহাবৰ পৰা ধাৰলৈ আনিলে। ব্যৱসায়ত পুনৰ টকা খটুৱাই তেওঁৰ আৰ্থিক অৱস্থা ফিৰাই আনিলে আৰু অলপ দিনৰ পাচত কাশিম চাহাবৰ ধাৰ পৰিশোধ কৰিবৰ কাৰণে গল। যি দিনা নালাপ্পাচেট্টিয়ে ধাৰ পৰিশোধ কৰিবৰ কাৰণে কাশিম চাহাবৰ ঘৰলৈ গৈছিল সেইদিনা তেওঁৰ লগত অন্য কোনো মানুহ নাছিল।



তেওঁ কাশিম চাহাবক টকাখিনি পৰিশোধ কৰি দলিলখন ঘুৰাই বিচাৰিলে। কাশিমে তেতিয়া মনতে ভাবিলে, টকাখিনি দিয়া কোনেও দেখা নাই, গতিকে মনত বেয়া মতলব ৰাখি নালাপ্পাচেট্টিক কলে,—"মোৰ কেৰাণি জন নাই, দলিলখন পাচত দিম।" সেই কথাতে বিশ্বাস কৰি চেট্টি ঘৰলৈ গুচি আহিল।

কিছুদিনৰ পিচত ৰাধাৰ তাগিদাত নালাপ্পাচেট্টিয়ে কাশিম চাহাবৰ ওচৰলৈ দলিল বিচাৰি গল। কাশিম চাহাবে দলিল দিয়া দূৰতে থাওক, তেওঁক গালি-শপনি পাৰি টকা দিয়া নাই বুলি খেদিহে পঠালে আৰু ক'লে যে দুদিনৰ ভিতৰত যদি সুদে মূলে টকাখিনি আদায় কৰি নিদিয়ে, তেনেহলে আদালতৰ যোগেদি আদায়ৰ ব্যৱস্থা কৰিব।

নিৰ্দিষ্ট দিনৰ পিচত কাশিমে নালাপ্পাচেট্টিৰ ওপৰত মৰ্কদমা কৰিলে, তেওঁ চমন পালে। নালাপ্পাচেট্টিয়ে, পৰম দয়ালু বালাজীক অকাতৰে প্ৰাৰ্থনা কৰি বিশ্বাস ও ভক্তি ৰাখি ভক্তক তেওঁৱেই ৰক্ষা কৰিব, এই দৃঢ় বিশ্বাস পোষণ কৰি আদালতত হাজিৰ হল।

হাকিমৰ প্ৰশ্নৰ উত্তৰত তেওঁ টকা ফিৰাই দিয়াৰ কথা কলে, কিন্তু কাশিমৰ হাতত দলিলখন থকাই আৰু তেওঁৰ পিনে কোনো সাক্ষীবাদি নথকাত নালাপ্পাচেট্টিৰ কথা হাকিমে সঁচা বুলি ধৰি লব নোৱাৰিলে। তেতিয়া নালাপ্পাই কলে যে তেওঁ টকা দিয়াটো সত্য কথা আৰু ভগবান ভেঙ্কটেশ্বৰে এই কথা জানে, গতিকে তেওঁক চমন দিয়ক। হাকিমে এনে কথাত প্ৰত্যয় যাবলৈ টান পালে, কিন্তু নালাপ্পাৰ সানুনয় বিনয় অনুৰোধত অন্য এটা দিনত মৰ্কদমাৰ শুনানী কৰি ভেঙ্কটেশ্বৰলৈ চমন পঠালে।

উক্ত দিনত ভগবান ভেঙ্কটেশ্বৰে নিজেই হাজিৰ হৈ তেওঁৰ ভক্তৰ পক্ষে সাক্ষী দি টকা দিয়াটো প্ৰমাণ কৰি দিলে আৰু নালাপ্পাই দিয়া টকা আৰু দলিল কত থৈছে তাকো কৈ হাকিমক কাশিমৰ ঘৰত চাবলৈ ক'লে। হাকিমে সকলো প্ৰমাণ পাই কাশিমক ছয় হেজাৰ

টকা জৰিমানা কৰিলে আৰু তাৰে চাৰি হেজাৰ টকা নালাপ্পাচেট্টিক পুৰস্কাৰ হিচাবে দিলে।

এই ঘটনাৰ কিছু বছৰৰ পাচত তেওঁলোকৰ এটি পুত্ৰ সন্তান হল আৰু গোটেই পৰিয়াল টিৰুপটি টিৰুমালাইলৈ বসতি কৰিবৰ নিমিত্তে গুছি আহিল আৰু তাতে তেওঁলোকে ভগবানৰ দিব্য দৰ্শন লাভ কৰিলে।

আমি মন্দিৰ প্ৰদক্ষিণ কৰি ওলাই আহিলো। মন্দিৰৰ ভিতৰৰ চোতালত প্ৰসাদ বিক্ৰী হয়, তাৰ পৰা প্ৰসাদ কিনিলো। খুউব সুস্বাদু লাডু পায়, এটাত ছুটকা। লাডুবিলাক বেসমৰ, তাত থাকে বাদাম খিচমিচ, মিচিৰি, ইলাচি, ঘিউ। ডাঙৰ লুনীয়া পিঠাও বিক্ৰী হয়, এখনত এটকা—মাটিমাহ আৰু চাউলৰ।

মন্দিৰৰপৰা বাহিৰলৈ আহিলো। মন্দিৰৰ পুলিচ অফিচ, দাতব্য চিকিৎসালয়, ট্ৰেজাৰী, পি, ডবলিউ, ডি ডিপাৰ্টমেণ্ট, ট্ৰেন্সপৰ্ট অফিচ, গেষ্ট হাউস, ধৰমশালা, ইত্যাদি বহু অনুষ্ঠান আছে। সেইথন এখন টিৰুপটি ভগবানৰ ৰাজ্য। "জয় বালাজী" ভেঙ্কটেশ্বৰ, ধন্য তোমাৰ ৰাজ্য। তুমি বহু মানুহক সংস্থানৰ উপায় কৰি দিছা। অগনন মানুহ দিনে নিশাই দৰ্শন কৰিব লাগিছে।

আমি থকা ঠাইলৈ আহি চাহ খাই অলপ সময় জিৰণি লৈ মন্দিৰৰ ভোজনালয়ত খাবলৈ আহিলো। খাই বৈ বিছনাপত্ৰ বান্ধি তললৈ নামিবলৈ সাজু হলো। টিৰুমালাইৰ পৰিবেশ বৰ ভাল লাগিছিল আৰু কেইদিনমান থাকিবৰ বৰ ইচ্ছা আছিল। পিছে ইচ্ছা থাকিলেই নহব আৰু বহু ঠাইলৈ যাবলৈ বাকী আছে।

বাচ ষ্টেণ্ডলৈ আহি টিকট কাটি বাচত উঠিলো। আধা ঘণ্টা মানৰ পাচত বাচ এৰিলে। আকৌ সেই সুন্দৰ দৃশ্যপটৰ মাজেৰে আমি আহি আছো। পাহাৰী অকোৱা পকোৱা ৰাস্তা, এইবাৰ নামিছো। পূৰ্বঘাট পৰ্বতৰ টিৰুমালাই শৃঙ্গৰপৰা আবেলি তিনিমান বজাত টিৰুপটি পালোহি আৰু তাত দেবস্থানৰ আলহিঘৰত



উঠিলোহি। দিনে ভাড়া চাৰিটকা। আহল, বহল সকলো সুবিধা থকা কোঠা। টিৰুপটিত ছুটা মন্দিৰ আছে, এটা গোবিন্দৰাজৰ আনটো পদ্মাৱতীৰ। পদ্মাৱতীৰ মন্দিৰ য'ত আছে সেই ঠাইখনৰ নাম ত্ৰিচান্দুৰ। টিৰুপটিৰপৰা তিনিমাইল মান হব। দেবস্থানৰ বাচ চলে। আহি সেইদিনাই পদ্মাৱতীৰ মন্দিৰ দৰ্শন কৰিলো। দেবী গোসানী পদ্মাৱতী।

ৰাতিটো টিৰুপটিত থাকিলো। টিৰুপটি আৰু টিৰুমালাই পাহাৰক লৈয়েই বালাজীৰ ৰাজ্য। টিৰুপটি এখন সৰু চহৰ।

পিচদিনা আমি বাচেৰে মাদ্ৰাজলৈ ফিৰিলো। মাদ্ৰাজ পাই আমি হোটেলত বিছনাপত্ৰ থৈ মায়লাপুৰৰ শ্ৰীপাৰ্থসাৰথিৰ ঘৰলৈ আহিলো বাকী মাল নিবৰ নিমিত্তে, কিন্তু তেওঁলোকে আমাক মাল নিবলৈ নিদিলে। সৰু ভায়েক কৃষ্ণমূৰ্তিয়ে হোটেলৰ পৰা মাল আনিবলৈ ওলাল আৰু লগতে এখেতো আহি হোটেলৰপৰা বিছনাপত্ৰখিনি লৈ গলহি। হোটেলত কোনোৰকম থাকিবলৈ নিদিলে। এওঁলোকৰ সহজ সৰল ব্যৱহাৰ। মাদ্ৰাজী মানুহ বৰ ধৰ্মপ্ৰাণ। প্ৰত্যেকৰ ঘৰত প্ৰাৰ্থনা বা পূজা কৰিবৰ কাৰণে এডোখৰ ঠাই সুকীয়াকৈ ৰাখে, বেৰত দেব দেবীৰ ছবি। ল'ৰা ছোৱালীবিলাকে স্কুললৈ যাবৰ সময়ত গোসাই ঘৰত সেঁৱা কৰি যায়।

এঘৰত দেখিলো তেওঁলোকৰ প্ৰাৰ্থনাৰ ঠাইত ৰাধাকৃষ্ণৰ ছবি। ল'ৰা-ছোৱালী বিলাকে যাবৰ সময়ত সেই ছবিত সেৱা কৰি মাকক সেৱা কৰে আৰু যাবৰ আগ মুহূৰ্ত্তত মাকক কব "আম্মা, ৰাধা কৃষ্ণ", মা'কে যতে থাওক তাৰ পৰা মাত লগাব "ৰাধা কৃষ্ণ"। সেই ভদ্ৰমহিলাৰ আঠটা ল'ৰা-ছোৱালী, তেওঁৰ স্বামীয়ে পুণাত চাকৰি কৰে। ল'ৰা-ছোৱালী পঢ়াবৰ বয়স হোৱাত ভদ্ৰমহিলাই ছয় সাত বছৰৰ পৰা মাদ্ৰাজত ঘৰ ভাড়া কৰি আছেহি। ডাঙৰ ল'ৰাটোৱে অন্য ঠাইত চাকৰি কৰে, বাকী কেইটাই স্কুল কলেজত মাকৰ লগত থাকি শিক্ষা লৈ আছে। সাঁতটা ল'ৰা ছোৱালী, কি

সুন্দৰ পঢ়া শুনা, দৈনন্দিন চলাফুৰা, ক'তো অকনো হাই উৰুমী নুশুনিলো। ছোৱালী এজনীয়ে খুব ভাল ভজন গায়, ভগবানৰ ওচৰত সন্ধিয়া পৰত। পৰিয়ালটো দেখি বৰ ভাল লাগিল। আমি যাৰ ঘৰত আছিলো, তেওঁলোকৰ ঘৰৰ এটা অংশ ভাড়ালৈ আছে।

দক্ষিণত এটা কথাহে বৰ বেয়া লাগে। ভিক্ষাৰী বৰ বেচি আৰু ভিতৰুৱা বাট পথবোৰ বৰ লেতেৰা। এটা শ্ৰেণীৰ মানুহৰ শৌচ প্ৰশাব কৰাৰ অকনো স্থানকাল নাই।

মাদ্ৰাজৰ গোপালপুৰমত আমাৰ আৰু এঘৰ বন্ধু মানুহ আছে। দ্বিতীয় দিনা তেওঁলোকৰ ঘৰলৈ আহিলো ও তেওঁবিলাকৰ ল'ৰা, শ্ৰীৰঘুনাথনৰ লগত পিচদিনা কাঞ্চীপুৰমলৈ যাবলৈ ঠিক কৰিলো।

গোপালপুৰমৰ পৰা শ্ৰীৰঘুনাথনে পুৱা ছয়মান বজাতে আমাক নিবৰ কাৰণে আহিল। আমিও আগদিনাৰ বন্দবস্ত মতে সোনকালে গা-ধুই তৈয়াৰ হৈ আছিলো। কেশব পেৰুমলৰ আমি থকা ঠাইৰ পৰা ময়লাপুৰ চিটিবাচ ষ্টেণ্ডলৈ আহি চিটি বাচেৰে কাঞ্চীপুৰমলৈ যোৱা বাচ ধৰিলোহি। কাঞ্চিপুৰম মাদ্ৰাজৰপৰা পঞ্চাছ মাইল মান হব।

কাঞ্চীপুৰম লাইন বাচত আমি তিনিও উঠিলোহি। বাচ ঠায়ে ঠায়ে ৰৈ মানুহ তুলি, নমাই গৈ আছে। সময় প্ৰায় চাৰে আঠ। ৰাস্তাৰ দুয়োপিনে জলাশয়, অসংখ্য নাৰিকল গছ, ধাননি পথাৰ আৰু মাজে মাজে কলগছৰ বাগান আৰু তালগছৰ শাৰী। বাটৰ কাষে কাষে তেতেলি গছৰ লাইন। দক্ষিণত কিছুমানে কলগছৰ বাগান কৰে অকল পাতৰ কাৰণে, ইয়াত কলপাতৰ চাহিদা বেশী।

কাঞ্চীপুৰমলৈ আহিছো, মনত কাঞ্চীৰ পূৰণা ঐতিহ্য দৰ্শনৰ হেপাহ লৈ। কাঞ্চী পাওঁ পাওঁ হওতেই প্ৰথমে দেখিলো পাটসুতা। বেঙুণীয়া, নীলা, কলপতীয়া, খয়েৰী, ৰঙা নানা বৰণীয়া কৰি বাহিৰত শুকাবলৈ মেলি দিছে। তাঁত বাতি কাঁঢ়িছে, নানা বৰণৰ শাৰী,



কাপোৰ, ইত্যাদিৰ কাৰণে। মোৰ তেতিয়া আমাৰ শুৱাল—কুছীলৈ মনত পৰিছিল।

তিৰুতা মানুহ বিলাকে ঘৰৰ বাৰাণ্ডাত বহি মহুৰা ফুৰাইছে, উঘা লৈছে। সৰঞ্জাম বিলাক আমাৰ নিচিনা। কাঞ্চীপুৰমৰ পাট কাপোৰৰ আজিৰ বজাৰত খুব চাহিদা।

বাচ ষ্টেণ্ডে পাই নামি পৰিলো। শ্ৰীৰঘুনাথনে এখন টাঙ্গা থিক কৰিলে ফুৰিবৰ কাৰণে। কাঞ্চীৰ বৰ্তমান নাম কাঞ্চীপুৰম। হিন্দুবিলাকৰ সাতখন চহৰ অতি পবিত্ৰ—অযোধ্যা, মথুৰা, কাশী, হৰিদ্বাৰ, উজ্জয়িনী. দ্বাৰকা আৰু কাঞ্চী। কাঞ্চী শিৱভক্ত আৰু বিষ্ণুভক্ত উভয়ৰে তীৰ্থস্থান।

কাঞ্চী বহুত ৰজা মহাৰজাৰ অধিনত আছিল। দ্বাদশ শতাব্দীৰ শেষ ভাগত চোলা ৰজাৰ ৰাজধানী ৰূপে পৰিগণিত হয়। চতুৰ্দশ শতাব্দীত বিজয় নগৰৰ ৰজাই অধিকাৰ কৰে। সপ্তদশ শতাব্দীত মুছলমান আৰু মাৰাঠাৰ অধিকৃত হয়, তাৰ পিচত ১৭৫২ খ্ৰীষ্টাব্দত লৰ্ডক্লাইবে অধিকাৰ কৰে।

কাঞ্চী এসময়ত চহৰৰ ভিতৰত শ্ৰেষ্ঠ আছিল। এই নগৰৰ পৰিধি আছিল ছয় মাইল। চহৰৰ মাজত বাস কৰিছিল ব্ৰাহ্মণ সকল আৰু অন্য ঠাইত কৰিছিল বণিক আৰু ধীবৰ সম্প্ৰদায়ে। ইয়াত কুকুৰ আৰু মুৰগী দেখা পোৱা নগৈছিল। মানুহবিলাক ধাৰ্মিক ; কাঞ্চী সুখ সমৃদ্ধিৰে পৰিপূৰ্ণ আছিল। সপ্তম শতাব্দীত হিউয়েন সাং এই চহৰলৈ আহিছিল। তেওঁৰ ভ্ৰমণ কাহিনীৰ পৰা জনা যায় যে বৌদ্ধদেবেও ধৰ্ম্ম প্ৰচাৰৰ কাৰণে ইয়ালৈ আহিছিল। এসময়ত ইয়াত বৌদ্ধ আৰু জৈন ধৰ্ম্ময়ো প্ৰসাৰতা লাভ কৰিছিল। দক্ষিণ ভাৰতত শৈব আৰু বৈষ্ণৱ ধৰ্ম্মই প্ৰবল প্ৰসাৰতা লাভ কৰাৰ লগে লগে বৌদ্ধ আৰু জৈন ধৰ্ম্ম লোপ পালে।

পহ্লৱ ৰজাই কাঞ্চীত ৰাজত্ব কৰিছিল। পহ্লৱ ৰজা সকলৰ ভিতৰত শ্ৰেষ্ঠ ৰজা আছিল প্ৰথম মহেন্দ্ৰ বৰ্ম্মণ। মহেন্দ্ৰ বৰ্ম্মণৰ

পুত্র নৰসিংহ বৰ্ম্মণে মহাবলীপুৰমৰ সপ্ত প্যাগোডা নিৰ্ম্মাণ কৰায়। দ্বিতীয় সিংহবৰ্ম্মণে কাঞ্চীত কৈলাসনাথ মন্দিৰ সজায়। দ্বিতীয় নন্দীবৰ্ম্মণে বৈকুণ্ঠ পেৰুল মন্দিৰ নিৰ্ম্মাণ কৰায়, তেওঁ বৈষ্ণৱ আছিল।

কাঞ্চীপুৰমৰ মন্দিৰ আৰু গোপোৰমেই ৰজা সকলৰ কীৰ্ত্তি-চিহ্ন। ভাবিলেও ভাল লাগে এসময়ত ভাৰতবৰ্ষৰ সাংস্কৃতিক ইতিহাস কিমান গৌৰবময় আছিল। কাঞ্চীপুৰ দুইভাগত বিভক্ত—শিৱকাঞ্চী আৰু বিষ্ণুকাঞ্চী। আমি চহৰৰ পূব পিনে থকা ভৰদ্বাজ স্বামীৰ মন্দিৰলৈ প্ৰথমে আহিলো সেইয়া হল বিষ্ণুকাঞ্চী।

আমাৰ টাঙ্গা আহি পশ্চিমফালৰ গোপোৰমৰ কাষত ৰলহি। টাঙ্গাৰ পৰা নামি আমি তিনিও গোপোৰম চাই মন্দিৰৰ চৌহদৰ ভিতৰত সোমালো। গোপোৰমটো সাততলা, প্ৰায় এশফুটমান ওখ। গোপোৰম পাৰ হৈ পালোহি শিলৰ প্ৰাঙ্গণ আৰু বাওঁপিনে ভাস্কৰ্য্যপূৰ্ণ এহেজাৰ শিলৰ স্তম্ভৰে সজা এটা হল ঘৰ। অশ্বাৰোহী, বিভিন্ন ভঙ্গিমাত নাৰী মূৰ্ত্তি আৰু বহুত শিল্পকলাৰ নিদৰ্শনৰে পৰিপূৰ্ণ হলঘৰৰ স্তম্ভৰ মূৰ্ত্তি বিলাকৰ অঙ্গি ভঙ্গি ও ভাব খুব সুন্দৰভাৱে প্ৰতিফলিত হৈছে। পাষাণত ফুটাই তুলিছে শিল্পীয়ে নানা ভাবৰ অভিব্যক্তি।

তাৰ পিচত আমি মূল মন্দিৰ সোমাবলৈ বুলি পূবৰ পিনে আগ বাঢ়িলো, মন্দিৰ সোমাবলৈ খট্‌খটী পূবফালৰ পৰা। খট্‌খটী বিলাক পিতলেৰে বন্ধোৱা। দুই মহলাত উঠি দেখো যে পূবৰ গোপোৰমটো পশ্চিমৰটোতকৈ ওখ আৰু ধুনীয়া। মন্দিৰৰ চিৰিও পূব ফালৰ পৰাহে গতিকে পূবৰ গোপোৰমেদিহে সন্মুখ হব লাগিছিল বুলি প্ৰশ্ন কৰাত শ্ৰীৰঘুনাথনে কলে, “আপোনালোকে ঠিকেই কৈছে। ইয়াৰ এটা কাহিনী আছে। ৰজাই মন্দিৰ নিৰ্মাণ কৰি পূবৰ গোপোৰমটো সাজে। গোপোৰমৰ নিৰ্ম্মাণ কাৰ্য্য ইমান ধুনীয়া হল যে ৰজাই চাই নিজেই আচৰিত হল আৰু তেওঁৰ দ্বাৰাই এনে ধুনীয়া



কাম সম্ভৱ হোৱাত মনলৈ গৰ্ব্ব আহিল। বিষ্ণু ভগবানে ৰজাৰ মনৰ কথা গম পাই পূবৰ গোপোৰমলৈ পিঠি দিলে। এই ঘটনাৰ পিছদিনা পুৱা পূজাৰী আহি দেখে যে ভগবানে সন্মুখৰ ফালে পিঠি দি আছে। ততালিকে এনে সংবাদ ৰজাক শুনালে আৰু ৰজাই তেওঁৰ ভুল বুজিব পাৰিলে। তেতিয়াৰপৰাই বিষ্ণু ভগবান তেনেকৈয়ে ৰৈ গল।”

মন্দিৰৰ চিৰিয়েদি আমি দুইতলাত উঠি মন্দিৰৰ সন্মুখ পালো। চাৰিওপিনে আহল বহল বাৰাণ্ডাৰ মাজত আৰু কেইটামান চিৰি উঠি মন্দিৰৰ দুৱাৰ দলিত ঠিয় হলো। ক’লা পাথৰৰ ছয়ফুটমান ওখ ভৰদ্বাজ স্বামী। পট্টবস্ত্ৰ পৰিহিত, কপালত হীৰা, ৰুবিৰ উৰ্দ্ধপুণ্ড। নানা স্বৰ্ণাভৰণেৰে বিভূষিত, কণ্ঠত শালগ্ৰাম শিলৰ আজানুলম্বিত মালা। এইয়া শঙ্খ, চক্ৰ, গদা-পদ্ম ধাৰী বিষ্ণু ভগবান। শ্ৰীৰামানুজ স্বামীৰ ইষ্ট দেৱতাৰ মূৰ্ত্তি। দৰ্শনত মন সন্তোষেৰে ভৰি পৰে। পূজাৰীৰ হাতত প্ৰসাদ দিলো। ভগবানক নিবেদন কৰিলে, আমি ভক্তিভৰে সেৱা কৰিলো। পূজাৰীয়ে প্ৰসাদ ও নিৰ্ম্মালি দিলে। আমি ওলাই আহি মন্দিৰ প্ৰদক্ষিণ কৰি নামি আহিলো। শ্ৰীশ্ৰীভৰদ্বাজ স্বামীক ৰজা মহাৰজা সকলে বহু ভূ-সম্পত্তি আৰু অলঙ্কাৰ দিয়ে। এই মন্দিৰৰ বিগ্ৰহক লৰ্ডক্লাইবে আঠ হেজাৰ ছশ টকাৰ এদাল কণ্ঠহাৰ দিয়ে। প্ৰাঙ্গণত কিছুপৰ বহি প্ৰসাদ খালো। এই মন্দিৰ দ্বাদশ শতাব্দীত নিৰ্মিত বুলি ইয়াৰ শিলা লিপিৰ পৰা জনা যায়।

এইবাৰ বৈকুণ্ঠ পেৰুমল মন্দিৰলৈ আহিলো। এই মন্দিৰৰ ভিতৰত তিনি পদ ভূমি লৈ বলী ৰজাক চলনা কৰা বিষ্ণুভগবানৰ মূৰ্ত্তি আছে শিলৰ বেৰত। ভগবানে এখন চৰণ স্বৰ্গত, এখন মৰ্ত্তত, আনখত বলীৰ মূৰত থৈ বলীক পাতাললৈ পঠোৱাৰ আহিঁৰে মূৰ্ত্তি কটা আছে। তলত বলীৰাজৰ মূৰ্ত্তি। ভগবানৰ মূৰ্ত্তিৰ দীৰ্ঘতা ত্ৰিশফুটমান হব। এই মন্দিৰ দ্বিতীয় নন্দিবৰ্ম্মণে সজায়। মন্দিৰৰ মূৰ্ত্তি বিশালতাত বিখ্যাত।

এইবাৰ শঙ্কৰাচাৰ্য্যৰ পীঠস্থান কামাক্ষী মন্দিৰলৈ আহিলো। শিলৰ কামাক্ষী মূৰ্ত্তি দৰ্শন কৰিলো। এই মূৰ্ত্তি বৰ জাগ্ৰত বুলি কয়।

টাঙাত উঠি শিব কাঞ্চীলৈ আহিলো। শিব কাঞ্চী বিষ্ণু কাঞ্চীৰ পৰা দুমাইল। একাম্বৰ নাথ মন্দিৰৰ সন্মুখত আমি টাঙাৰ পৰা নামিলো। প্ৰথম গোপোৰমটো দহতলা, ১৮৮ ফুট উচ্চতা। বিজয় নগৰৰ বিখ্যাত ৰজা কৃষ্ণদেব ৰায়ে নিৰ্ম্মাণ কৰে। মন্দিৰৰ ভিতৰৰ বিগ্ৰহ শিৱলিঙ্গ। আমি যথাৰীতি দৰ্শন কৰিলো। মন্দিৰ বিষ্ণুকাঞ্চীৰ স্থাপত্যৰ সমান উচ্চ খাপ'ৰ নহয়, তথাপিও দক্ষিণৰ মন্দিৰৰ ঠাচ একেই। মন্দিৰৰ নিৰ্ম্মাণ কাৰ্য্য সুপৰিকল্পিত নহয়, কাৰণ দেৱালবিলাক সমান্তৰাল প্ৰাঙ্গণত নহয়।

মন্দিৰৰ পিচফালে আঢ়ৈ হাজাৰ বছৰৰ এজোপা আম গছ আছে। আম গছ জোপাত টেঙা মিঠা দুই বিধ আমেই লাগে বুলি কলে। শাখা প্ৰশাখাই বেচ কিছু ঠাই আগুৰি বিস্তাৰিত হৈছে। গুৰিটো চিমেণ্টেৰে বন্ধাই ওখ ভেটি কৰি দিছে।

পুৰাণত এটা কাহিনী আছে। এদিন শিব পাৰ্ব্বতীয়ে পাশা খেলি থাকোতে দুয়োৰে ভিতৰত কাজিয়া লাগিল। তেতিয়া শিৱ ক্ৰোধান্বিত হৈ পাৰ্ব্বতীক কুৰূপা হবলৈ অভিশাপ দিলে। পাৰ্ব্বতীয়ে প্ৰমাদ গণিলে আৰু স্বামীক ইয়াৰ প্ৰতিকাৰৰ উপায় সুধিলে। শিৱই কলে বিষ্ণুৰ সাক্ষাতত কাঞ্চীপুৰমত আম্ৰবৃক্ষৰ তলত যদি তপস্যা কৰিব পাৰা তেতিয়াহলে উদ্ধাৰ পাবা।

পাৰ্ব্বতীয়ে আমগছৰ তলত তপস্যা কৰি নিজৰ সৌন্দৰ্য্য ঘুৰাই পালে। তেওঁ, স্বামী সদাশিৱক সেই আম গছৰ তলত তেওঁ তপস্যা কৰা ঠাইত অধিস্থিত হবলৈ অনুৰোধ কৰাত শিৱ তাতেই এক অম্বৰনাথৰূপে প্ৰতিস্থিত হল। সেয়ে শিৱ-পাৰ্ব্বতীৰ মিলনভূমি। এই মন্দিৰৰ ওপৰৰ ছাত ও খুটাৰ কামে সুন্দৰ স্থাপত্যৰ চিনাকি দিয়ে। মন্দিৰ দৰ্শন কৰি ওলাই আহিলো।



এইবাৰ আমি কৈলাশনাথ মন্দিৰৰ আগত টাঙ্গাৰ পৰা নামিলোহি। মধ্যাহ্নৰ প্ৰখৰ সূৰ্য্যৰ তাপ, আলিবাটত মানুহৰ সমাগম বন্ধ হৈছে। মন্দিৰৰ চাৰিওফালে বালি। মন্দিৰৰ পূজাৰীয়ে দুৱাৰ বন্ধ কৰি গৈছিলেই, কিন্তু আমাৰ লগত যোৱা শ্ৰীৰঘুনাথনৰ অনুৰোধক্ৰমে আমাক দৰ্শন কৰিবলৈ দুৱাৰ খুলি দিলেহি। এই মন্দিৰৰ বিশেষত্ব হৈছে বালিৰ স্থাপত্য, ওপৰত কিহবাৰ সংমিশ্ৰণৰ প্ৰলেপ। মন্দিৰত থকা নক্সা আদিত ৰং দিয়াৰ চিন দেখা যায়, বিশেষকৈ সোমোৱা বাটচৰাটোত। এতিয়াও ৰঙবিলাক ঠায়ে ঠায়ে স্পষ্ট হৈ আছে। এই মন্দিৰৰ নিৰ্ম্মাণ কাৰ্য্য পোন্ধৰশ বছৰৰ আগৰ বুলি কয়। কেনেকৈ যে বালিৰে ছাত তৈয়াৰ কৰিলে ভাবিলে আচৰিত হব লাগে। মন্দিৰ সৰু কিন্তু বালিৰ ভাস্কৰ্য্যৰ নিদৰ্শন বোধকৰো কৈলাশনাথ মন্দিৰৰদৰেই। ভিতৰৰ বিগ্ৰহ ক'লা পাথৰৰ শিবলিঙ্গ। এই শিবলিঙ্গ প্ৰদক্ষিণ কৰিবলৈ দুটা সুৰঙ্গ পাৰ হব লাগে, এটা সোমাওতে আনটো ওলোৱাৰ মুখত। মাটিত সাষ্টাঙ্গে পৰিহে সুৰঙ্গ দুটা পাৰ হব পাৰি। মন্দিৰৰ কাষেৰে বন্ধ বাৰাণ্ডা আছে, তাতে আছে সুৰঙ্গ দুটা। মন্দিৰৰ চিত্ৰ কলা খুউব উচ্চ খাপৰ নহয় যদিও বালিৰ নিৰ্ম্মিত কাৰণে প্ৰশংসনীয়। সিংহ, ঘোৰা, অশ্বাৰোহী, ইত্যাদিৰ মূৰ্ত্তি মন্দিৰৰ গাত আছে। এই মন্দিৰ পহ্লৱ ৰাজ দ্বিতীয় সিংহ বৰ্ম্মণে সজোৱা।

কৈলাশনাথ দৰ্শনৰ পিচত আমাৰ কাঞ্চী পৰিদৰ্শনৰ সামৰণি পৰিল। তেতিয়া প্ৰায় চাৰে বাৰ মান বাজিছিল। হোটেল এখনত দুপৰীয়া আহাৰ খাবলৈ সোমালো। ঘুৰি ফুৰি ভাগৰ ও ভোক দুয়োটাই লাগিছিল। খোৱাৰ ভিতৰত উপমা, মিঠাই ও কফি খালো। খোৱা বস্তুখিনিৰ জুতিটো ভালেই লাগিছিল।

হোটেলৰপৰা ওলাই কাঞ্চীপুৰমৰ বিখ্যাত পাতৰ শাৰীৰ দোকান চাবলৈ আহিলো। বিভিন্ন নক্সাৰ নানা ৰঙৰ ধুনীয়া শাৰী, কিন্তু দামহে বৰ বেচি যেন লাগিল। তাৰে এখন আমি কিনিব পৰা দামৰ

ভিতৰত পায় ছোৱালী জনীৰ নিমিত্তে অৰ্ডাৰ দি মাদ্ৰাজলৈ ফিৰিবৰ নিমিত্তে দোকানৰ পৰা ওলালো। বাচ ষ্টেণ্ডলৈ টাঙ্গা এখনত আহিলো। এইবাৰ ফিৰোতে অলপ ঘুৰা ৰাস্তাই আহিছো, বাটত কাঞ্চীৰ স্মৃতি ৰোমন্থন কৰি মাদ্ৰাজ আহি পাওতে চাৰে পাঁচ মান বাজিল।

পিচদিনা আমি মাদ্ৰাজৰপৰা ৰামেশ্বৰমলৈ বুলি চাৰে আঠ বজাৰ ট্ৰেইনত যাবলৈ সাজু হৈছো, 'এগমুৰ' ষ্টেচনত উঠিবহি লাগিব। শ্ৰীকৃষ্ণমূৰ্ত্তিৰ মাকে সন্ধ্যাতে আমাক ভাতপানী খুৱাই যাবৰ কাৰণে সহায় কৰি দিছে। এই কেইদিন এই মাদ্ৰাজী পৰিয়ালটোৰ লগত থাকি আপোন আপোন যেন লাগিছিল। তেওঁলোক সকলোৰে পৰা বিদায় লৈ আমি যাবৰ নিমিত্তে টেক্সীত উঠিলো, লগত কৃষ্ণমূৰ্ত্তিয়ে আমাক ষ্টেচনত থবলৈ আহিছে। ট্ৰেইন প্লেটফৰ্মত ৰৈ আছে,—'মাদ্ৰাজ ৰামেশ্বৰম এক্সপ্ৰেস'। আমি ট্ৰেইনত উঠাৰ আধাঘণ্টামানৰ পিচত ট্ৰেইনখন এৰিলে। কৃষ্ণমূৰ্ত্তিয়ে আমাক মুটিয়াৰ সহায়ত মালখিনি অনাই গাড়ীত তুলি দিয়ালে আৰু ষ্টেচনৰপৰা এখন ইংৰাজি পত্ৰিকা আনি দিলে। ল'ৰাজন গাড়ী এৰাৰ পিচত ৰেলখনৰপৰা আমাক নেদেখা হোৱালৈকে ৰৈ আছিল। বৰ ভাল ল'ৰাটো। আমাক ফুৰা চকাত বেচ সহায় কৰি দিছিল।

বাটতে ত্ৰিচিনাপল্লীত পাচদিনা খুব পুৱাতে চাৰে চাৰি ৰজাত নামি পৰিলো। ত্ৰিচনাপল্লী ঠাইখন বেচ চাফ চিকণ দেখিলো, নামিয়েই বৰ ভাল লাগিল। অলপ খবৰ কৰি হোটেল এটাত উঠিলো। চৰকাৰী 'টুৰিষ্ট লজ' ও আছে, কিন্তু আগতে কম বুক কৰিব লাগে, নহলে চিট পোৱা নেযায়। হোটেলতকৈ 'টুৰিষ্ট লজ' আৰামদায়ক ও সস্তা, সেই নিমিত্তে 'টুৰিষ্ট লজ' প্ৰায়েই খালি নেথাকে। আহি পোৱাৰ দিনা দূৰলৈ ক'লৈকো যাবলৈ নহল। পিচদিনাৰ পৰাহে ফুৰাচকা আৰম্ভ কৰিলো। মোক মেখেলা চাদৰ



পিন্ধা নতুন মানুহ দেখি বহুতে কৌতুহলেৰে চাই আৰু কিছুমানে ক'ৰ পৰানো আহিছো প্ৰশ্ন কৰে। অসমৰ নাম বহুতে নেজানে। অসমীয়া মানুহৰ ভৌগলিক জ্ঞান যিমান বেচি অন্য প্ৰান্তৰ মানুহৰ সেই অনুপাতে খুব কম। ত্ৰিচিনাপল্লীক সংক্ষিপ্তকৈ ত্ৰিচি বুলি কয়।

ত্ৰিচিৰ মাজেৰে কাবেৰী নদীখন বৈ গৈছে। চহৰখনৰ পৰিষ্কাৰ পৰিচ্ছন্নতা প্ৰথমে চকুতপৰে। ইয়াৰ বিখ্যাত Rock Fort Temple (ৰ'ক ফৰ্ট টেম্পল), শ্ৰীৰঙ্গনাথজীৰ মন্দিৰ আৰু জম্বুকেশ্বৰ শিৱমন্দিৰ চাবলগীয়া।

'ৰ'কফৰ্ট টেম্পোলৰ' গোপৰম সোমোৱাৰ আগতে বাওঁহাতে বাটৰ কাষতে ডাঙৰ 'টেপাকুলম' বা পুখুৰী। দুৰ্গৰ আকাৰে নিৰ্ম্মিত বিনায়কৰ মন্দিৰ। চাৰিশ পঞ্চাচটা শিলৰ চিৰি উঠিব লাগে, যেনিবা একে লেঠাৰিয়ে নহয়। অলপ উঠাৰ পিছতে মন্দিৰ পাই, এনেকৈয়ে কেবাটাও মন্দিৰ আৰু পাহাৰ কাটি কৰা শিলৰ প্ৰকাণ্ড হল ঘৰ পাৰহৈ ওপৰৰ মুকলি ঠাই এখন পায়। সেই মুকলি ঠাইৰপৰা চিৰিয়েদি উঠি ওপৰৰ শৃঙ্গত বিনায়কৰ মূল মন্দিৰ। ইয়াত গনেশজীৰ বৰ প্ৰভাব। তলৰ পৰা ওপৰলৈ উঠোতে পাথৰৰ গনেশৰ মূৰ্ত্তি থকা মন্দিৰ কেবাটাও পায়। মাজে মাজে শিৱ লিঙ্গও আছে।

ওপৰৰ মূল মন্দিৰটোলৈ এটা প্ৰকাণ্ড ডাঙৰ শিলৰ ওপৰেদি যাব লাগে, পিচে তাত লোহাৰ ৰেলিং আছে। সেই ডখৰ উঠি যাওতে তলত অকোৱা পকোৱা কাবেৰী নদীক বুকুতলৈ থকা ত্ৰিচিনা পল্লীৰ সৌন্দৰ্য্যই মানুহৰ নয়ন মন সাৰ্থক কৰি তোলে। মন্দিৰৰপৰা চাৰিওফালে দিকবলয়ৰ সীমা ৰেখাৰে সৈতে দেখা ধূসৰ বৰ্ণৰ দৃশ্যই সৃষ্টি কৰ্ত্তাৰ এক অপাৰ্থিব সৌন্দৰ্য্য সৃষ্টিৰ পৰিচয় দিয়ে। গনেশজীৰ মন্দিৰত সোমাই যথাৰীতি সেৱা সৎকাৰ কৰি ওপৰৰ নয়ন জুৰুৱা দিকবলয়ৰ সীমাৰেখা চাই চাই নামি আহিলো।

পিচদিনা শ্ৰীৰঙ্গনাথজীৰ মন্দিৰলৈ বুলি বাচত উঠিলো, ছয় মাইল দূৰ, বাচ অহা যোৱা কৰি থাকে। বাচতে মাদ্ৰাজী ভদ্ৰলোক এজনক ৰঙ্গনাথজীৰ মন্দিৰ দৰ্শন সম্পৰ্কে সুধিলে এখেতে। তেওঁ সুন্দৰকৈ আমাক দৰ্শনৰ সম্পৰ্কে দিহা পৰামৰ্শ দিয়াই নহয়, আমাৰ লগতে বাচৰপৰা নামি অলপ দূৰ আগবঢ়াই সকলো নিৰ্দেশ বঢ়িয়াকৈ দি দিলে, আমাৰ যাতে কোনো অসুবিধা নহয় আৰু পাণ্ডাই যাতে একো দিগ্‌দাৰ দিব নোৱাৰে।

প্ৰথমে গোপোৰম পালো। মন্দিৰলৈ সোমাবলৈ 'ন'টা গোপোৰম পাৰ হব লাগে, তাৰে এটা গোপোৰমৰ নিৰ্মান কাৰ্য্য সম্পূৰ্ণ নহল। নিৰ্মাণ কৰাওঁতা ৰজা জনৰ গোপোৰমটো সম্পূৰ্ণ নৌ হওতেই মৃত্যু হল।

গোপোৰমবোৰ পাৰহৈ মন্দিৰৰ হ'ল ঘৰৰ বাৰাণ্ডাত প্ৰৱেশ কৰিলো। লাইন আৰম্ভ হৈছে, আমিও লাইনত ঠিয় দিলো। সেই সময়তে আমাৰ লগত মাদ্ৰাজী পৰিয়াল এটাৰ চিনাকি হল। ডেকা পুতেকে মাক বাপেকক মন্দিৰ দৰ্শন কৰাবলৈ লৈ আহিছে। দক্ষিণৰ সকলো মন্দিৰৰ গোপোৰম আৰু মন্দিৰৰ ঠাচ একেই। হ'লঘৰ বোৰ এহেজাৰ খুটাৰ, মাত্ৰ শিল্পকলা ভাস্কৰ্য্যৰ মাপ কাথিৰ তাৰতম্য। ল'ৰাজনৰ নাম শ্ৰীৰামস্বামী, কোনোবা অফিচত কাম কৰে।

শ্ৰীৰামস্বামীয়ে মন্দিৰৰ প্ৰৱেশৰ টিকটাদি কিনাত আমাক সহায় কৰি দিলে, বৰ অমায়িক ল'ৰাজন। শৈল স্তম্ভৰ ভাস্কৰ্য্যৰ নিখুট নক্সাৰ অপূৰ্ব নিদৰ্শন চাই চাই লাইনত আগুৱাবলৈ আমনি নেলাগে। ভাৰতৰ অতীত কালৰ সভ্যতাৰ উচ্চ খাপৰ পৰিচয় মন্দিৰ বিলাকেই দি আছে। শিল্পীৰ কি নিখুত শিল্পকলা।

আমি গৈ মন্দিৰৰ সন্মুখৰ আৰু এটা হ'ল (Hall) ঘৰ পালোগৈ। এই হ'ল ঘৰটোৰ প্ৰত্যেকটো স্তম্ভ তামৰ পাতেৰে মেৰোৱা, তাতে আকৌ কাৰুকাৰ্য খটোৱা। কেউফালে ডাঙৰ ডাঙৰ পিতলৰ গছাত চাকি জ্বলি উজ্বলাই আছে। মন্দিৰৰ দুৱাৰ দলি



পালো। সোণৰ পাতেৰে বন্ধোৱা দুৱাৰ আৰু দুৱাৰ দলি। পাণ্ডাই পাঁচ ছয় জনকৈ যাত্ৰী লৈ গল বিগ্ৰহৰ ওচৰলৈ। বিগ্ৰহ অনন্ত শয়নত বিষ্ণু ভগবান। ক'লা গ্ৰেনাইট পাথৰৰ মূৰ্ত্তি। ভগবান বিষ্ণু অনন্ত শয্যাত, পোন্ধৰ ফুট দীঘল, মূৰত সুবৰ্ণ মণ্ডিত মুকুট। সেৱা কৰিলো। ওচৰতে নানা স্বৰ্ণালঙ্কাৰ হীৰা মুকুতা পৰিহিত সৰু বিষ্ণু ভগবানৰ সোণৰ মূৰ্ত্তি।

ওলাই আহি বাহিৰৰ শিলেৰে বন্ধোৱা প্ৰাঙ্গণত মন্দিৰ প্ৰদক্ষিণ কৰিলো। মন্দিৰৰ ওপৰৰ ভাগ সোণৰ। মধ্যাহ্নৰ সূৰ্য্যৰ তীব্ৰ ৰশ্মি পৰি তিৰবিৰাই আছে। মন্দিৰৰ সন্মুখ ভাগত (Hall) হল ঘৰ পাৰহৈ দেখা যায় মন্দিৰলৈ মুখ কৰি আছে শৈল খোদিত বিৰাট আকাৰৰ গৰুড় পক্ষীৰ সুন্দৰ মূৰ্ত্তি। এই মূৰ্ত্তিটো সঁচাকৈয়ে বৰ সুন্দৰ আৰু বিৰাট।

এই সকলোবোৰ আমি মাদ্ৰাজী পৰিয়ালটোৰ লগতে দৰ্শন কৰিছো। হল ঘৰ এটাৰ একাষে প্ৰসাদ বিক্ৰি হয়। আমি প্ৰসাদ কিনিবলৈ বুলি গলো। ৰামস্বামীয়ে আমাক প্ৰসাদ কিনিবলৈ নিদিলে। তেওঁ কিনা প্ৰসাদকে আমি সকলোৱে মন্দিৰ প্ৰাঙ্গণত বহি ভাগ কৰি খালো। এটা মন কৰিব লগীয়া কথা, মাদ্ৰাজত খোৱা বস্তু উলিয়ালেই ভিক্ষাৰীয়ে আপোনাক বেৰি ধৰিব, এহেলে মন্দিৰতেই হওক বা বাটে পথে ৰেল মটৰতেই হওক। নিৰ্জন মন্দিৰ প্ৰাঙ্গণত প্ৰসাদ খাবলৈ বহিছো, ক'ৰ পৰানো ল'ৰা, ছোৱালী, মাক মিলি দহ বাৰটা মান খোজনীয়া ওলালহি ততকে ধৰিব নোৱাৰিলো। তাৰে প্ৰসাদ অলপ অলপ সিহঁতকো দিলো।

শ্ৰীৰঙ্গনাথজীৰ মন্দিৰ ভাৰতৰ ভিতৰত এটা ডাঙৰ মন্দিৰ বুলি কয়। সাতখন শিলেৰে বন্ধোৱা দেৱাল আৰু কেবাটাও গোপোৰম আছে। ১৪০০ৰ পৰা ১৭০০ খৃষ্টাব্দৰ ভিতৰত সজোৱা। এই মন্দিৰৰ চৌহদৰ ভিতৰত দোকান পোহাৰ সকলো আছে। মন্দিৰ বহু সোণ ৰূপ, হীৰা, মুকুতা আৰু দামী পাথৰেৰে চহকী। ১৪৭৫ চনত ৰজা

সপ্তম এডৱাৰ্ডে সোণৰ ঠাল এখন দিছিল। ১৮০০ চনত ইয়াৰপৰা য়ুৰপীয় সৈন্যই বিখ্যাত হীৰা ( arlobb diamond ) এডখৰ চুৰ কৰি নিছিল আৰু এই ডখৰ ৰুশিয়াৰ জাৰৰ মুকুটত আছিল।

শ্ৰীৰঙ্গনাথৰ মন্দিৰ চাই ছুমাইল নিলগত থকা জম্বুকেশ্বৰ শিৱ মন্দিৰলৈ বুলি বাচত উঠিলোহি লগত আমাৰ ৰামনাথ স্বামীহঁতো আছে। বাচৰপৰা নামি ছুই ফাৰ্লং মান খোজ কাঢ়ি মন্দিৰৰ গোপোৰম পালো। গোপোৰমটোৰ ওপৰৰ শিলত কটা মূৰ্ত্তিবিলাক বৰ পৰিপাটী আৰু নিখুট, গোপোৰমটোও খুব ডাঙৰ। গোপোৰম পাৰহৈ শিলৰ শাৰী শাৰী গোল-স্তম্ভ থকা হল ঘৰত প্ৰৱেশ কৰিলোহি। সোঁহাতে টেপাকুলম বা পুখুৰী। মন্দিৰত সোমাই শিব লিঙ্গ দৰ্শন কৰিলো। ইয়াত শিবলিঙ্গ পানীত আছে। ভিতৰত সকলো সময়তেই পানী থাকে বুলি কলে। সেৱা কৰি বিভূতি লৈ ওলাই আহিলো। এই মন্দিৰ চোলা ৰজা সকলে নিৰ্মাণ কৰাইছিল।

মন্দিৰ দৰ্শনৰ শেষত আমি থকা ঠাইলৈ ফিৰিবৰ নিমিত্তে বাচ ষ্টেণ্ড পালোহি। বাচ আহি পোৱাহি নাই, অলপ অলপ বৰষুণ পৰিছে। ওচৰবে কফিৰ দোকান এখনৰ নাৰিকল পাতৰ চালি এখনৰ তলতে আশ্ৰয় ললো। ৰামস্বামীয়ে আমাক ছুমাইলমান দূৰত থকা তেওঁলোকৰ বাসস্থানত দুপৰীয়া আহাৰ খাই যাবলৈ বৰকৈ ধৰিছিল। আমি পিচে, পলম হব কাৰণে তেখেতৰ অনুৰোধ ৰাখিব নোৱাৰি বেয়া পাবলৈ মানা কৰি অন্তৰেৰে ধন্যবাদ জনাই ষ্টেচনৰ ওচৰৰ আমি থকা হোটেললৈ ফিৰিলো। সেইদিনা ছুপৰীয়াৰ সাজ ওচৰৰে মাদ্ৰাজী হোটেল এখনত দোচা, তৰকাৰী আৰু হালোৱাৰে সম্পন্ন কৰিলো। বৰ সুন্দৰ তৰকাৰীখন ৰান্ধিছিল, নৰসিংহ পাতদিয়া, আলু, মতৰ, গাজৰ বিন আৰু পিয়াজদি। নাৰিকল ৰোকা দক্ষিণৰ সকলো তৰকাৰীতে দিবই। বৰ তৃপ্তিৰে খালো।

ত্ৰিচি, চোলাপিৰিয়ডৰ এখন প্ৰসিদ্ধ চহৰ আছিল। ইয়াৰ শিলৰ



ছুৰ্গটো, য'ত গনেশ মন্দিৰ কৰিছে, ১৪০০ খৃষ্টাব্দত কৰ্ণাটক যুদ্ধত বৃটিশ আৰু ফ্ৰান্সৰ জয় পৰাজয় ঘাটী স্বৰূপে ব্যৱহাৰ হৈছিল। এই ঠাইৰ এটা প্ৰবাদ আছে,—এসময়ত ইয়াত এটা তিনিমূৰীয়া দৈত্যই বাস কৰিছিল। সেই দৈত্যক এই ঠাইতে ভগবান শঙ্কৰে বধ কৰে। সেইকাৰণে এই ঠাইৰ নাম হল ত্ৰিচিনা পল্লী। ত্ৰিচিৰ 'ৰক ফৰ্ট টেম্পোলটো এটা বৰ আকৰ্ষণীয় বস্তু। ইয়াৰ উচ্ছতা ২৫৩ ফুট। একেবাৰে ওপৰৰ শৃঙ্গত মূল বিনায়ক মন্দিৰ।

ত্ৰিচিৰপৰা পুৱা চাৰে পাঁচ বজাৰ 'মাদ্ৰাজ ৰামেশ্বৰম এক্সপ্ৰেচ' ট্ৰেইনত ৰামেশ্বৰলৈ বুলি গাড়ীত উঠিলো। মন হৰষিত, সৰুৰেপৰা ৮দেউতাৰ মুখত শুনা শ্ৰীৰামচন্দ্ৰৰ পূজিত ৰামনাথ স্বামীক দৰ্শনৰ আশাত।

ৰেল গৈ আছে ক্ৰমাত সমুদ্ৰৰ কাষ চাপি, ছুই কাষৰ দৃশ্যাৱলীয়ে পট পৰিবৰ্তন কৰি। নাৰিকল গছৰ বাগানেই বেচি চকুত পৰে। বৰ লগীয়া ষ্টেচনত ট্ৰেইন ৰয় আকৌ এৰে, এনেকৈয়ে আহি আহি মণ্ডপম ষ্টেচন পাওঁ পাওঁ হওঁতে ছুই পিনৰ নীলা জলধিৰাজি চকুত পৰি মন আনন্দত আপ্লুত হৈ পৰে। মণ্ডপম ষ্টেচনত ট্ৰেইন ৰলহি।

মণ্ডপম ষ্টেচন এৰিয়েই ট্ৰেইন সাগৰৰ ওপৰৰ সেতুত উঠিলগৈ, সেতুৰ সিপাৰেই পামবাম ষ্টেচন, সাগৰৰ ওপৰত থকা সেতুখনত যেতিয়া ট্ৰেইন উঠিল, ছুই কাষৰ ৰবিৰ ৰশ্মি পৰি ৰঙ বোলোৱা সাগৰৰ পানীৰ দৃশ্য দেখি মনত এক অভূতপূৰ্ব আনন্দৰ খলকনি তুলিলে। নীলা পানী খিনিত নানা ৰকমৰ সাগৰৰ মাছ। অসংখ্য মাছ খোৱা চৰাইয়ে সাগৰৰ পাৰত মাছলৈ খাপ পাতি বহি আছে। বৰ মনোৰম দৃশ্য। এক মাইলমান সেতুখন পাৰহৈ আমি ৰামেশ্বৰম দ্বীপত প্ৰৱেশ কৰিলো। কেইপিনে বালি আৰু বালি, তাৰ মাজে মাজে নাৰিকল গছৰ বাগান, ডাঙৰ সৰু সকলো ৰকমৰ। ডাঙৰ গছবিলাকত থোকা থোকে নাৰিকল। ঠায়ে ঠায়ে বালিত কাঁটা গছ, তাল গছ, আকৌ মাজে মাজে বালিৰ পাহাৰ সদৃশ স্তুপ।

ৰামেশ্বৰমৰ ওচৰৰ ষ্টেচন বিলাকত সাগৰৰ মাছেৰে ভৰা বাঁহৰ টুকুৰী। মাছ মৰীয়া গাওঁ ষ্টেচনৰ কাষতে। ৰেল অহা যোৱা সময়ত সিহঁত হৈ পৰে ব্যস্ত, মাছৰ টুকুৰী ৰেলৰ ডবাত তুলি দিবৰ নিমিত্তে। মাছ চালান হয় অন্য ঠাইলৈ।

আমাৰ ট্ৰেইনখন আহি ৰলহি ৰামেশ্বৰম ষ্টেচনত, লাইনৰ শেষ ষ্টেচন। তেতিয়া প্ৰায় দিনৰ দেৰ মান বাজিছে। ষ্টেচনৰ সোঁ হাতে দুগ্ধফেনীল আকাশীৰঙৰ সিন্ধু আৰু চাৰিও পিনে চকুত পৰে বালুকাময় প্ৰান্তৰ আৰু মাজে মাজে নাৰিকল গছ। নতুন পৰিবেশত মন হৈ পৰে অভিভূত। ট্ৰেইনৰ পৰা নামি বাওঁহাতে থকা ৰেলৰ বিশ্ৰাম গৃহত উঠিলো। তাতে বিছনা পত্ৰ পাৰি হাত মুখ ধুই মন্দিৰলৈ বুলি ওলাই আহিলো, ষ্টেচনৰপৰা প্ৰায় এক মাইল ৰাস্তা। টাঙ্গা এখন পাই তাতে উঠি লও বুলি ভাবি দৰালো। নতুন মানুহ দেখি কৰিলে চাৰি টকা, এনেয়ে ভাড়া দেড় টকাৰ পধা ছুটকা। খোজকে ললো। এখেতে বাটত মানুহক সুধি ৰাস্তা চিনি ললে। "ওপৰে সূৰুযৰ তাপ তলে তপ্ত বালি"। আহি মন্দিৰৰ বিশাল পূব ফালৰ গোপোৰম পালোহি। তেতিয়া মনত মাত্ৰ ভাব হৈছে কেনেকৈ ৰামেশ্বৰমক দৰ্শন কৰিব পাৰো। অন্য একোকে চাবৰ মন যোৱা নায়। তাতে এজন পাণ্ডা পালো, মানুহজন বৰ ভাল। তেওঁৰেই আমাক কি ক'ত কৰিব লাগে কৰাই দৰ্শন কৰালে।

প্ৰথমে মন্দিৰৰ "কৰিদৰে" দি গৈ পশ্চিম গোপোৰম পাৰ হৈ আধা ফাৰ্লং মানগৈ সাগৰত স্নান কৰি মন্দিৰৰ চৌহদত থকা কুপত স্নান কৰিলো। প্ৰথমটোতহে পানী ঢালি স্নান কৰিলো বাকী বিলাকত মূৰত পানী ললো।

মন্দিৰৰ চৌহদত থকা কুপ বিলাকক "তীৰ্থম" বুলি কয়। এনেকুৱা বাইশটা কুপ আছে। এই বিলাকৰ নাম যেনে, পাপ বিণাশম্ তীৰ্থম্, সীতা তীৰ্থম্, লক্ষ্মণ তীৰ্থম্, ৰাম তীৰ্থম্, ধৰ্ম, ভীম, অৰ্জ্জুন, ইত্যাদি। তীৰ্থ যাত্ৰীয়ে সাগৰত স্নান কৰি



মন্দিৰৰ চৌহদৰ ভিতৰত থকা কুপ বিলাকত স্নান কৰে। এই তীৰ্থম্ বা কুপবিলাকত স্নান কৰিলে ৰোগ ও পাপ খণ্ডন হয় বুলি বিশ্বাস। পানীত দ্ৰব্যগুণ আছে বুলি কয়। স্নান কৰি কাপোৰ কানি সলাই মন্দিৰৰ সন্মুখৰ শৈল প্ৰাঙ্গণত বহিলোহি। তেতিয়া আবেলি তিনিমান বাজিছে, চাৰি বজাতহে মন্দিৰৰ দুৱাৰ খোলে। ভোক পিয়াহ, ভাগৰত শৰীৰ ক্লান্ত হৈছিল যদিও দৰ্শনৰ অভিলাষ পূৰণ নোহোৱাকৈ যাবলৈ ইচ্ছা নহল। সেইদিনা আছিল চতুৰ্দশী, শিৱ দৰ্শনৰ বিশেষ তিথি।

মন্দিৰলৈ মুখ কৰি মন্দিৰৰ সন্মুখত মহাদেৱৰ বাহন, নন্দী (বৃষভ) বহি আছে। সোতৰ ফুট ওখ, বাইশ ফুট দীঘল আৰু বাৰ ফুট বহল। বিৰাট প্ৰস্তৰ নিৰ্ম্মিত বৃষভ।

ৰামেশ্বৰমৰ মন্দিৰ সাগৰৰ পাৰতে। চাৰিওপিনে শিলৰ দেৱালেৰে সুৰক্ষিত। পূবৰপৰা পশ্চিমলৈকে দেৱাল দীঘলে আঠ শ পয়ষষ্ঠি ফুট আৰু উত্তৰৰ পৰা দক্ষিণলৈ ছশ সাতসত্তৰ। পূব আৰু পশ্চিমত দুটা গোপোৰম্ আছে, উত্তৰ আৰু দক্ষিণৰ গোপোৰম্ দুটা ভগ্ন অৱস্থাত্ আছে।

ৰামেশ্বৰম্ মন্দিৰৰ তৃতীয় কৰিডৰ টোৱেই হৈছে বিখ্যাত, ই দীঘলে দুহেজাৰ এ'শ ফুট। কৰিডৰ বহলে প্ৰায় ত্ৰিশ ফুট, ওখও প্ৰায় সিমানেই হব। শিলৰ খুটা বিলাকৰ স্থাপত্য অতি সুন্দৰ আৰু বিভিন্ন ধৰণৰ অঙ্গি ভঙ্গিৰে মানুহ, দেব দেবীৰ বহু ধৰণৰ ৰূপ। এই মন্দিৰ সজাৰ কাম আৰম্ভ হয় বাৰশ খৃষ্টাব্দৰপৰা। সিংহলৰ ৰজা, পৰাক্ৰম বাহুৰ দিনত মূল মন্দিৰটো সাজে; ৰামনাথপুৰমৰ সেতুপতি ৰজাসকলে বিভিন্ন সময়ত এই মন্দিৰ নিৰ্ম্মাণ সম্পূৰ্ণ কৰে।

ৰামেশ্বৰম্ মন্দিৰৰ শিবলিঙ্গ ভগবান শ্ৰীৰামচন্দ্ৰৰ দ্বাৰা স্থাপিত ও পূজিত। এই শিবলিঙ্গক সেয়ে ৰামনাথ স্বামী বা ৰামলিঙ্গ বা ৰামেশ্বৰম্ বুলি কয়। কথিত আছে, যেতিয়া শ্ৰীৰামচন্দ্ৰই লঙ্কাৰ

(বৰ্তমান শ্ৰীলঙ্কাৰ) ৰজা সীতা হৰণকাৰী ৰাৱণক বধ কৰি লক্ষণে সৈতে সীতাক উদ্ধাৰ কৰি আনিলে তেতিয়া তেওঁলোক ব্ৰাহ্মণ হত্যা পাপত লিপ্ত হল। ৰাৱণ আছিল ব্ৰাহ্মণৰ ঔৰষজাত ৰাক্ষসীৰ সন্তান। এনে অৱস্থাত শ্ৰীৰামচন্দ্ৰৰ গুৰু বশিষ্ঠদেৱে শ্ৰীৰামচন্দ্ৰক শিৱপূজা কৰি পাপক্ষয় কৰিবলৈ উপদেশ দিলে। সেই উপদেশ মতে ৰামচন্দ্ৰই নিৰ্দিষ্ট দিনৰ নিৰ্দিষ্ট সময়ত শিবলিঙ্গ প্ৰতিষ্ঠা কৰিবলৈ সংকল্প কৰিলে আৰু সেই উদ্দেশ্যে হনুমানক কাশীৰপৰা শিবলিঙ্গ আনিবলৈ প্ৰেৰণ কৰিলে।

পূজাৰ আয়োজন সকলো সম্পূৰ্ণ হল। সময় প্ৰায় উপস্থিত কিন্তু হনুমান আহি পোৱাহি নাই। জগৎপতি শ্ৰীৰামচন্দ্ৰ চিন্তিত হল। সময় উত্তীৰ্ণ হলে পূজা নহব। তেতিয়া পত্নী সীতা দেবীৰ মনত উদিত হল, ময়েতো শিবলিঙ্গ সাজি দিব পাৰো। তেওঁ তৎক্ষণাৎ স্বামীৰ অনুমতি লৈ সাগৰৰ পাৰত বালিৰে শিবলিঙ্গ সাজি দিলে আৰু শ্ৰীৰামচন্দ্ৰই যথাবিহিতভাৱে পূজা কৰিলে। সেয়েই হল ৰামেশ্বৰম্ বা ৰামনাথস্বামী, শ্ৰীৰামচন্দ্ৰৰ দ্বাৰা প্ৰতিষ্ঠিত আৰু পূজিত। ভাৰতৰ বাৰজন জ্যোৰ্তিলিঙ্গৰ ভিতৰত ৰামনাথ স্বামীও এজন।

চাৰি বজাৰ লগে লগে মন্দিৰৰ দুৱাৰ মুকলি কৰিলে আৰু আমিও সোমাই গলো। তেতিয়া যাত্ৰীৰ ভিৰ নাছিল। বহুদিনৰ আকাঙ্খিত ৰামনাথ স্বামী শিবলিঙ্গ দৰ্শন কৰি কৃতকৃত্য হলো। বিগ্ৰহৰ ওচৰলৈ যাবলৈ নিদিয়ে, দুৱাৰ মুখৰপৰা দৰ্শন কৰিব লাগে। প্ৰদীপৰ পোহৰত মন্দিৰৰ ভিতৰ ভালকৈয়ে দৰ্শন হয়। মুখত ওলাই আহিল সদাশিৱৰ স্তোত্ৰ—"ব্ৰহ্মমুৰাৰী সমৰ্চ্চিত লিঙ্গম্, নিৰ্ম্মল ভাষিত শোভিত লিঙ্গম্ জন্মজ দুঃখ বিনাশক লিঙ্গম্ তৎপ্ৰণমামি সদাশিব লিঙ্গম্।"

মন্দিৰৰ বাওঁহাতে থকা পাৰ্ব্বতী মন্দিৰলৈ আহিলো। ধুনীয়া ভগৱতী মূৰ্ত্তি, ক'লা প্ৰস্তৰ নিৰ্ম্মিত। পট্ট বস্ত্ৰ স্বৰ্ণলঙ্কাৰ পৰিহিতা, সেৱা কৰিলো। এইবাৰ আহিলো সোঁহাতে থকা কাশী লিঙ্গ বা হনুমান লিঙ্গ দৰ্শন কৰিবলৈ। শ্ৰীৰামচন্দ্ৰই কাশীৰপৰা হনুমানক যি শিবলিঙ্গ আনিবলৈ পঠাইছিল, এইয়া সেই শিবলিঙ্গ। ধুনীয়া মশৃণ ক'লা পাথৰৰ লিঙ্গ, ওপৰত সোণৰ সৰ্পই ফেণা মেলি আছে।



কথিত আছে শ্ৰীৰামচন্দ্ৰৰ সীতা নিৰ্ম্মিত শিবলিঙ্গৰ পূজাৰ অন্ততহে হনুমান শিবলিঙ্গ লৈ আহি পালেহি। হনুমানে যেতিয়া দেখিলে যে তেওঁৰ ইষ্ট দেবৰ শিৱ পূজা হৈ গল, তেতিয়া পবন নন্দনে মনে মনে বৰ বেজাৰ পালে। ভক্তৰ মনৰ কথা বুজি শ্ৰীৰামচন্দ্ৰই ক'লে, "তোমাৰ দ্বাৰাই আনিত শিবলিঙ্গও মই প্ৰতিষ্ঠা কৰি পূজা কৰিম আৰু পূৰ্ব্ব প্ৰতিষ্ঠিত শিবলিঙ্গৰ লগত একে মৰ্য্যাদা সম্পন্ন হব।" নাই, হনুমানে কোনোৰকম নেমানে, একমাত্ৰ তেওঁ অনা শিবলিঙ্গহে প্ৰতিষ্ঠা হব লাগে। তেতিয়া শ্ৰীৰামচন্দ্ৰই হনুমানক, ক'লে "তেনেহলে মই পূৰ্ব্বে প্ৰতিষ্ঠিত কৰা শিবলিঙ্গ উঠাই পেলোৱা।" হনুমানে ভাবিলে, "এইটোনো কি কথা, এতিয়াই মই উঠাই পেলাম," কিন্তু শত চেষ্টাটো লিঙ্গ হনুমানে উঠাব নোৱাৰিলে। তেতিয়া হনুমানৰ বুজিবলৈ বাকী নেথাকিল, প্ৰভুৰ মহিমা। শ্ৰীৰামচন্দ্ৰই হনুমানে অনা শিবলিঙ্গও প্ৰতিষ্ঠা কৰি পূজা কৰিলে সেয়েই "কাশীলিঙ্গ" বা "হনুমান লিঙ্গ"।

সেই দিনাৰ কাৰণে দৰ্শন শেষ কৰি উভতিলো। আহোতে মন্দিৰৰ ওচৰত থকা 'বিবেকানন্দ ইলাম' বুলি সাগৰৰ পাৰৰ এটা আলহি থকা ঘৰৰ এটা কোঠা পিচদিনা আহি থাকিবৰ নিমিত্তে এখেতে থিক কৰি থৈ আহিল। ঘৰটো দেবস্থানমৰ, আধুনিক সকলো সুবিধা থকা। ভাড়া পাচ টকা দিনে।

আহি ষ্টেচনৰ বিশ্ৰাম গৃহ পালোহি। শৰীৰ ক্লান্ত হৈ পৰিছে কিবা অলপ খাই শুই থাকিলো। সন্ধ্যা পৰত উঠি স্তভটো জ্বলাই খিচিৰী বহাই দিলো। দাইল, চাউল তাতে আলু পিয়াজ দি দিলো। কোঠাটোৰ সম্মুখৰ চোতালত চকী এখন উলিয়াই লৈ সাগৰৰ

পিনে মুখ কৰি বহিলো। সন্মুখত বিশাল সমুদ্ৰ, ওপৰত নক্ষত্ৰ খচিত নীলা আকাশ। বৰ ভাল লাগিল। সাগৰৰ বায়ুৱে আনিছে শৰীৰ ও মনলৈ স্নিগ্ধতা। মাজে মাজে উঠি গৈ খিচিৰীখিনি লৰাই দিওঁ গৈ। সময়ত এখেতেও চায়গৈ। ট্ৰেইন আহি আছে গৈ আছে, কিমান যে যাত্ৰী আহিছে গৈছে। ৰামেশ্বৰমত থাকিবৰ নিমিত্তে হোটেল, মন্দিৰৰ ভাৰা ঘৰ, ধৰম শালা সকলো আছে।

আমি চোতালত বহি ৰামেশ্বৰমত দৰ্শনীয় কি কি স্থান আছে তাৰে কথা পাতিছো আৰু সাগৰৰ বতাহ লৈ শৰীৰৰ ক্লান্তিৰ উপশম কৰিছো। কেউপিনে বালিৰ মাজে মাজে নাৰিকল গছৰ সৰু সৰু বাগান। খিচিৰী হলত খায় বৈ মই বাচন বৰ্ত্তন ধুই নিদ্ৰাদেবীৰ কোলাত আশ্ৰয় ললো। ঘৰটোৰ ভিতৰত বেচ গৰম, 'ফেন' (fan) চলাইহে শুব পাৰিলো। তেতিয়া অক্টোবৰ মাহ।

পিচদিনা টাঙ্গা এখন আনি মালে পত্ৰে মন্দিৰৰ ওচৰত থকা বিবেকানন্দ ইলামলৈ আহিলো। আগদিনা টাঙ্গাত ভাড়া কৰিছিল চাৰিটকা পিচদিনা ছটকাতে আহিলো। তীৰ্থস্থান বিলাকত নতুন যাত্ৰী পালে সকলোৱে ঠগিবলৈ বিচাৰে। বিবেকানন্দ ইলামৰ আগত টাঙ্গা ৰলহি। মালপত্ৰ নমাই আমি ছুয়ো কোঠাটো থিকথাক কৰি ললো। খোৱা পানী মাইকী মানুহ এজনীয়ে দি গলহি, কোঠাটোও সাৰি চাফা কৰি দিলে। ৰন্ধা-বঢ়াৰ আয়োজন কৰিলো। গাখীৰ পোৱা যায়, সেৰে এটকা কিন্তু পানী মিহলোৱা। পানী ও গাখীৰৰ পৰিমাণ প্ৰায় সমান সমানেই। তিৰুতা মানুহে গাখীৰ বেচিবলৈ আনে, ঘৰে ঘৰে দি যায়। সিহঁতে কাণত, এবিধ অলঙ্কাৰ পিন্ধে ওজন ছতোলা মান হব। আকাৰত বস্তুটো ইমান ডাঙৰ ও গধুৰ যে কাণৰ ফুটা ওলমি অলঙ্কাৰ বিধ কান্ধত লাগেহি। খাই বৈ বিশ্ৰাম কৰি আবেলি ফুৰিবলৈ গলো। ওচৰতে দোকান বজাৰ সকলো আছে। যি কেইদিন ৰামেশ্বৰমত আছিলো সদায়



সাগৰত স্নান কৰিছিলো আৰু আবেলি সাগৰৰ পাৰত বহি কটাইছিলো। সন্ধ্যা মন্দিৰত আৰতি চাওঁ।

এদিন মন্দিৰত পূজা দিলো। তাৰ কাৰণে টিকট লব লাগে। গঙ্গাজল ধাতুৰ পাত্ৰত দিব লাগে। পাত্ৰটো মন্দিৰত জমা হয়। আমি মন্দিৰৰ ভিতৰৰে দোকানৰ পৰা দেড় টকা দি সৰু ঘটী এটা কিনি ললো। গঙ্গাজল হৃষীকেশৰপৰা বতলত আনিছিলো। প্ৰসাদৰ 'ডালি' দোকানত সজোৱাই থাকে। নাৰিকল, কল, কৰ্পূৰ, ধূপ, পান-চুপাৰি। ফুলৰ মালাও কিনিবলৈ পোৱা যায়। সকলো সামগ্ৰী পূজাৰীৰ হাতত টিকট সহ দিব লাগে। পূজাৰীয়ে বিগ্ৰহক উচৰ্গা কৰি প্ৰসাদ আৰু নিৰ্মালি দিয়েহি। পাণ্ডাই এই সকলোবোৰ দিহা কৰাই আমাক দৰ্শন কৰালে। তেখেতক অলপ দক্ষিণাদি বিদায় দিলো। একো আপত্তি নকৰিলে। ছখীয়া পাণ্ডা, ক'লে যে, তেওঁক যেতিয়া যি মিলাই তাকেই গ্ৰহণ কৰে। তেওঁ বেচি আকাঙ্ক্ষা নকৰে বুলিও কলে। সৰু ঘৰ এটা আছে, ঘৈণীয়েক ঢুকাল, সৰু ছোৱালী এজনী আছে তায়েই ৰান্ধি বাঢ়ি দিয়ে। প্ৰভুয়ে যি দিনা যি মিলাই সেয়ে তেওঁৰ দয়া বুলি ভাবে। মানুহ জনৰ মুখত হাঁহি লাগিয়েই আছে। সদানন্দময়। বৰ ভাল লাগিল। প্ৰত্যেক তীৰ্থ স্থানতে যদি এনেকুৱা পাণ্ডা হলহেতেন, তীৰ্থস্থান প্ৰকৃত তীৰ্থস্থানেই হল হয়।

বৰ্ত্তমান এই মন্দিৰৰ পৰিচালনাৰ ভাৰ মাদ্ৰাজ চৰকাৰৰ হাতত। এখন ট্ৰাষ্ট বৰ্ড (Trust board) আছে। তাৰে দুজন ট্ৰাষ্টি (Trustee) ৰামনাথপুৰৰ ৰজাৰ পৰা লয়। মন্দিৰৰ সম্পত্তি ৰামনাথপুৰ, ত্ৰিণাৰ্ভেলি, টাঞ্জুভাৰ আৰু কিছু চিলোনৰো আছে। মন্দিৰৰ যাত্ৰী থকা ভাড়া ঘৰো ভালে কেইটাও, তাৰ উপৰি যাত্ৰীৰ পূজাৰ টিকট আদি আৰু দানৰ পৰাও মন্দিৰৰ পুঁজিত জমা হয়। এই সকলোবিলাকৰ পৰা বছৰি পাঁচ লাখ টকা মান আয় হয়।

আমি থকা ঘৰটোৰ ওচৰতে সাগৰ। মই আবেলি পৰত সাগৰৰ

পাৰৰ ধুমুহাই ভাঙি থোৱা ঘৰ এটাৰ বাৰাণ্ডা এখনতে বহোঁগৈ, হাতত সৰু ল'ৰাটোলৈ গোঠা চুৰেটাৰতো লৈ। বাওঁ হাতে সাগৰৰ পাৰত জনবসতি। বিভিন্ন প্ৰান্তৰ মানুহ আহিছে, গৈছে, সমুদ্ৰত স্নান কৰিছে। হাতত কেমেৰালৈ আহিছে—সুখী পৰিয়াল। সমুদ্ৰৰ পাৰত পৰিয়ালৰ নানা ধৰণৰ ফটো তুলিছে। দূৰৈত দুখন জাহাজ সাগৰৰ ঢৌ ফালি ফালি নিজৰ ঢৌ সৃষ্টি কৰি গৈ আছে। তাৰপৰা বিশ মাইল নিলগত চিলোন। ৰামায়নৰ যুগৰ দশমূণ্ড ৰাৱণৰ ৰাজ্য। পাৰত বহি সীমাহীন সমুদ্ৰলৈ চাই চাই বাল্মিকী ৰচিত ৰামায়ণৰ বহু কথা মনলৈ আহে। ইয়াৰ পৰাই ৰাম ভক্ত বানৰ সৈন্যই সীতা উদ্ধাৰৰ নিমিত্তে লঙ্কালৈ যাবলৈ শিলেৰে সেতু নিৰ্ম্মাণ কৰি দিছিল।

সাগৰত শেষ সূৰ্য্যৰ ৰশ্মি পৰি অপৰূপ শোভা বৰ্দ্ধন কৰিছে। আদিত্য হৈ পৰিছে তেজ ৰঙা, সেই ৰঙেৰে প্লাবিত হৈছে আকাশ। সৰু সৰু মাছৰ জাকে একেলগে শাৰীবদ্ধহৈ লুতি বাগৰ মাৰিছে আৰু সিহঁতৰ ৰজত সদৃশ শুভ্ৰ শৰীৰত সূৰ্য্যৰ ৰাশ্মি পৰি তিৰবিৰাই উঠিছে। মাজে মাজে ডাঙৰ মাছে সাগৰৰ ওপৰত জপিয়াই আকৌ পানীত লুকাই গৈছে। ৰামেশ্বৰমৰ সাগৰ শান্ত, মৃদু তৰঙ্গায়িত। সন্ধ্যা হলত লৰালৰিকৈ মন্দিৰলৈ বুলি উঠি আহিলো।

ৰামেশ্বৰম এৰিবৰ আগদিনা টাঙ্গা এখন লৈ আবেলি চাৰিমান বজাত 'গন্ধ মাদন' পৰ্ব্বত বা 'ৰামজেৰুকা' চাবলৈ গলো। মন্দিৰৰ-দেৰ মাইল মান দূৰত। সাত আঠ খন মান টাঙ্গা, তীৰ্থ যাত্ৰীৰে সৈতে গৈছো। কিছুদুৰ যোৱাৰ পিচত গোটেই বালিময় এলেকা। ওচৰত ঘৰ বাৰী নাই। টাঙ্গা বৰ লগা ঠাইত ৰলহি। অলপ খোজ কাঢ়ি গৈ সৰু পাহাৰ এটাৰ ওপৰত মন্দিৰ চকুত পৰিল। মন্দিৰলৈ শিলৰ খটখটীয়েদি উঠিব লাগে। মন্দিৰৰ ভিতৰত শ্ৰীৰামচন্দ্ৰৰ পদ চিহ্ন আছে, তাতে পূজা হয়। কথিত আছে শ্ৰীৰামচন্দ্ৰই লঙ্কা জয় কৰি প্ৰথমে ইয়াতে বিশ্ৰাম কৰিছিল সেই কাৰণে এই ঠাইক 'ৰামজী ৰোকা' বুলি কয়। সেই ৰামজী ৰোকাই



মানুহৰ মুখত ৰামজেৰুকা হলকৈ। এই পাহাৰৰ ওপৰৰপৰা ৰামেশ্বৰ দ্বীপৰ দৃশ্যাৱলী বৰ মনোৰম দেখি। নাৰিকলৰ ঘন ছাঁৰ তলত সৰু সৰু তাল পাতৰ ঘৰ। নাৰিকল গছ, তাল গছ, দূৰত সাগৰ। চৰণীয়া পথাৰত গৰু মহৰ জাক। শৰীৰ মন জুৰুৱা সমীৰণ আৰু দেখা পোৱা যায় ৰামেশ্বৰম মন্দিৰৰ গোপোৰম। সঁচাকৈয়ে ভগবানৰ উপযুক্ত বিশ্ৰাম স্থল। যথা সময়ত উভতি আহিলো।

সাগৰেৰে পৰিবেষ্টিত ৰামেশ্বৰ চৌত্ৰিশ বৰ্গ মাইলৰ এটা সৰু দ্বীপ। ইয়াক অন্য ঠাইৰ লগত সংযোগ কৰিছে এক মাত্ৰ ৰেল পথটোৱেই। এই নাৰিকল আৰু তাল গছ সুশোভিত বালিময় দ্বীপটো দেখিবলৈ ধুনীয়া। নীলা সাগৰে ইয়াৰ সৌন্দৰ্য্য দুগুনে বঢ়াইছে। সন্ধিয়া পৰত সাগৰৰ বতাহে দিনটোৰ গৰমৰ পিছত স্নিগ্ধতা আৰু প্ৰশান্তি আনি দিয়ে। ইয়াত শাক পাতৰ বাহিৰে অন্য বিশেষ একো খেতি নহয় বা নকৰে। ইয়াৰ মানুহৰ বিশ্বাস যে যিহেতু শ্ৰীৰামচন্দ্ৰৰ পত্নী সীতা দেৱীয়ে ইয়াৰ ভূমিৰে শিৱলিঙ্গ সাজিছিল আৰু বানৰ সেনা বিলাকেও ইয়াত শিৱ সাজি পূজা কৰি-ছিল, সেই কাৰণে তেওঁলোকে ইয়াৰ পবিত্ৰ ভূমিত হাল নেমাৰে।

পাঁচ দিন ৰামেশ্বৰমত কটাই পুৱা চাৰে চাৰি বজাৰ ৰেলত মাদ্ৰাইলৈ আহিবলৈ বুলি টাঙ্গাত উঠিলো। মন্দিৰলৈ চাই সেৱা কৰি বিদায় ললো। নেদেখালৈকে মন্দিৰৰ পিনে চাই আহিছিলো। বৰ ভাল লাগিছিল সাগৰ তীৰৰ তীৰ্থ ৰামেশ্বৰম খন। আহি থাকোতে টাঙ্গাৰপৰা মুখ উলিয়াই চাও যে লাহে লাহে অন্ধকাৰৰ বুকুৰপৰা প্ৰভাত পদুম পাহি পাহ মেলি ফুলি উঠিছে, ধীৰে ধীৰে উষা আগমনৰ জাননি দি। প্ৰত্যুষৰ নীলা উদাৰ উন্মুক্ত আকাশৰ তলেদি আহি ৰেল ষ্টেচন পালোহি। দূৰত নীলা সাগৰ। পুৱতী চৰাইৰ এটা দুটা সুৰীয়া মাত সাগৰৰ ফালৰ পৰা ভাহি আহিছে। সকলো মিলি প্ৰভাতৰ স্নিগ্ধ পৰিবেশে মনলৈ এক অপূৰ্ব্ব অনুভূতি আনি দিছে। ষ্টেচন আহি পোৱাত এখেতে টিকট লবলৈ গল, মই মাল

পত্ৰ ৰখি থাকিলো। ৰেল গাড়ী বৈ আছে, এখেতে টিকটলৈ আহিলত মুটিয়াৰ সহায়ত মাল পত্ৰলৈ ৰেলত উঠিলোগৈ।

ট্ৰেইন এৰিলে পুৱতী নিশা, ভালদৰে চাহ জলপান খোৱা নহল। ৰামেশ্বৰম ষ্টেচনত চাহৰ দোকান খোলা নাছিল। ডুঘণ্টা মান যোৱাৰ পিচত বেচ ভোক লাগিল। ন বজাত চাহ, কফি থকা ষ্টেচন এটাত ৰেলখন ৰলহি। লগত থকা টি'পটতে কফি আৰু পিয়াজ দি ভজা দাইলৰ পাকুৰা কেইটামানলৈ আনিলোগৈ ও তাৰেই প্ৰাতঃকালীন ভোজন সমাপ্ত কৰিলো। প্ৰথম চোৱাত ৰেলৰ লাইনৰ দুই কাষে দেখা সাগৰ আৰু সাগৰৰ ওপৰৰ সেতুখনে কিন্তু মোৰ মনৰ দাপোনত সাঁচ বহুৱাই থৈছে। লিখিবলৈ লৈ মোৰ এনেহে অনুভৱ হৈছে যেন মই সেতুখনেদি ৰেলেৰে গৈ আছো সাগৰৰ মনোমোহা দৃশ্যাবলী চাই চাই। সেয়া তপনাংশু পৰি নীলবৰণীয়া পানীত কি ৰূপৰ জেউতী চৰাইছে। পাৰত আহি খুন্দা খাইছে সফেন উৰ্ম্মীমালা। নাম নজনা চৰাই জাকে মাছলৈ খাপ পাতি বৈ আছে শিলৰ ওপৰত। দূৰত পালতৰা মাছমৰীয়া নাও। মোৰ মন এক আগেয়ে নোপোৱা আনন্দত অভিভূত হৈ পৰে। ক্ষীণ হৈ আহে দৃশ্যপট, ক্ষীণ হৈ আহে সমুদ্ৰ, চকুৰে নেদেখালৈকে চাই থাকো।

ৰেলৰ পৰাই বিৰাট একোখন নাৰিকল গছৰ বাগান চকুত পৰে। ষ্টেচন বিলাকত ৰেলখন ৰোৱাৰ লগেলগেই সৰু ল'ৰা-ছোৱালী বিলাকে নাৰিকল পাতেৰে সজা বিছনী, বেগ, নানা ধৰণৰ ফুলৰ কৰণি আৰু বয়সষ্ঠ মানুহে শিঙৰ তৈয়াৰী নানা ধৰণৰ চৰাই, ফুলদানি লৈ আহিছে। তাৰ মাজতে আকৌ ল'ৰাছোৱালী বিলাকে পয়ছা খুজি আমনি লগাই দিয়ে। কত ধৰণৰ যে পয়চা খোজাৰ ধৰণ। কিছু-মানে মুখেৰে সিহঁতৰ ভাষাত মন্ত্ৰ মতাদি কিবা কিবি মাতি পেটত ইমান জোৰে চৰিয়াবলৈ ধৰে যে আপুনি পয়চা দুটামান নিদিয়াকৈ নোৱাৰে।



ট্ৰেইন মাদুৰাই ষ্টেচন পাওতে দিনৰ বাৰ বাজিল। সেই দিনা ট্ৰেইন দেৰি আছিল। ৰিক্সা দুখন লৈ গলো আধা মাইল দূৰত থকা চৰকাৰী টুৰিষ্ট ভবনলৈ। এখেতে আগতে মেনেজাৰলৈ চিঠি ও অগ্ৰিম টকা পঠাইছিল, খবৰ কৰাত তেওঁ চিঠি আৰু টকা পোৱা বুলি কলে আৰু আমাক দুমহলাত এটা কোঠা দিলে। কোঠাটো বেচ আহল বহল, আগফালে ডাঙৰ বাৰাণ্ডা আৰু আজি কালিৰ সকলো সুবিধা থকা, লগতে সৰু কোঠা এটাও আছে। বিছনা, মেজ, চকী, আইনা, আলমাৰী সকলো আছে। সুবিধাজনক কোঠাটো পাই বেশ ভাল লাগিল। মালপত্ৰ থিক থাক কৰি বিছনা দুখন পাৰি আমি গা ধুলো। সেইদিনাৰ দুপৰীয়াৰ ভাত সাজ 'ভবন' ভোজনালয়তে খালো, নিৰামিষ আহাৰ, জুতি ভালেই হৈছিল কিন্তু বৰ জলা। দৈ খিনি থকাত যেনিবা অলপ ৰক্ষা।

মাদুৰাই দক্ষিণ ভাৰতৰ এখন পুৰণি বাণিজ্য প্ৰধান চহৰ। গ্ৰীচ আৰু ৰোমৰ লগত পুৰণি কালত বেপাৰ বাণিজ্য আছিল। ১৪০০ চনত পাণ্ডায়ান ৰজা সকলৰ ৰাজধানী আছিল। বৰ্তমান দক্ষিণ ভাৰতৰ বেহা বেপাৰৰ কেন্দ্ৰ স্থল। মাদুৰাই ভ্ৰমণ নকৰিলে দক্ষিণ ভাৰত চোৱা সম্পূৰ্ণ নহয়।

বিখ্যাত মীনাক্ষী মন্দিৰ টুৰিষ্ট ভবনৰ পৰা আধা মাইল মান হব। এই মন্দিৰৰ গোপোৰম এঘাৰটা, সুউচ্চ, সুন্দৰ মূৰ্ত্তি কটা গাম্ভীৰ্য্য-পূৰ্ণ গোপোৰম। গোপোৰমৰ ওপৰলৈ উঠিবলৈ চিৰি আছে।

মন্দিৰত প্ৰবেশ কৰাৰ আগতে পুৰুষ সকলে শৰীৰৰ ওপৰৰ অংশৰ কামিজ, গেঞ্জি আদি খুলি লব লাগে। মীনাক্ষী দেবী হীৰা স্বৰ্ণালঙ্কাৰ বিভূষিতা আৰু ক্ষৌমাচ্ছাদিতা। ক'লা প্ৰস্তৰৰ বিশেষ মোহময় ভঙ্গিমাত ঠিয় হৈ থকা মূৰ্তিয়ে দৰ্শনাৰ্থীৰ নয়ন মন সাৰ্থক কৰি তোলে। সঁচাকৈয়ে বৰ মোহময় ভঙ্গিমা। দৰ্শনত মন সন্তোষেৰে ভৰি পৰে।

মন্দিৰৰ বাহিৰ ফালে বেৰত থকা শ্বেত প্ৰস্তৰ নিৰ্ম্মিত হাতীৰ

মূৰ্ত্তি কেইটা দেখিলে প্ৰাণবন্ত যেন লাগে। সোঁ ফালে ভগবান সুন্দৰেশ্বৰ শিৱৰ মন্দিৰ। মন্দিৰৰ শিলৰ বেৰত ধৰ্মমূলক কাহিনী অৱলম্বন কৰি কটা মূৰ্ত্তি বিলাক নিখুত আৰু সুন্দৰ। মন্দিৰ বিলাক বৰ পৰিষ্কাৰ পৰিচ্ছন্ন। মন্দিৰৰ ভিতৰ চোতালত এটা পুখুৰী আছে। মীনাক্ষী দেবী পাণ্ডায়ান ৰাজকুমাৰী আছিল বুলি কিংবদন্তি আছে। তেওঁৰ বিয়া সদাশিৱৰ লগত হৈছিল। সেই সদাশিৱ তাত সুন্দৰেশ্বৰ নামে পৰিচিত।

মন্দিৰ দৰ্শন কৰি আমি মন্দিৰ এলেকাৰ ভিতৰত থকা মিউজিয়-মত সোমালো। মিউজিয়মত চোলা আৰু পল্লব যুগৰ শৈল খোদিত শিল্প কলা চাই সেই যুগৰ ভাস্কৰ্য্যৰ উচ্চতৰ উন্নতি দেখিলে বিস্ময় মানিব লাগে। শিলৰ খুটা বিলাকত কটা নক্সা যেনে, পদুম, পদুম কলি, দেৱ-দেৱী, ডেকা-গাভৰু, যোদ্ধা, ইত্যাদি আৰু এইবোৰৰ পোছাক পৰিচ্ছদ, অলঙ্কাৰ, অস্ত্ৰ-শস্ত্ৰৰ ৰূপসজ্জা, নিখুট চিনেৰে সৈতে প্ৰাণবন্ত মূৰ্ত্তি দেখিলে অপূৰ্ব ভাস্কৰ্য্যৰ পৰিচয় পোৱা যায়। হাতী, ঘোৰা, চৰাই, দেব দেবীৰ বিভিন্ন ভঙ্গিমাৰ মূৰ্ত্তি আছে। হাতীৰ দাঁতৰ আৰু ধাতু নিৰ্মিত সূক্ষ্ম কাৰুকাৰ্য্যময় মূৰ্ত্তিও বহুত আছে। এই সকলো বিলাকেই শিল্পীৰ হাতৰ নিখুঁট কাম। মূৰ্ত্তি বিলাকৰ বিভিন্ন ভাবৰ অঙ্গি ভঙ্গি ফুটাই তোলা কামত শিল্পী সকলৰ নিপুণতা মন কৰিবলগীয়া।

মন্দিৰ দৰ্শন কৰি উভতি আহোতে বাটত পোৱা শাক তৰকাৰীৰ বজাৰৰ পৰা আলু, পিয়াজ, মতৰ, বিন, গাজৰ, ধনীয়া আৰু ফলমূল কিনি আনিলো। দক্ষিণ ভাৰতত কল প্ৰচুৰ পোৱা যায়, মালভোগ কলও বেচ পোৱা যায়। বেপাৰীৰ পৰা বস্তু কিনোতে আমাৰ যথেষ্ট অসুবিধা হৈছিল, কাৰণ, সৰ্বসাধাৰণে হিন্দী নেজানে গতিকে পয়চা দেখুৱাই লৈহে দাম দিব লগা হৈছিল। দৰদাম কৰিব পৰা নাছিলো, যি কয় তাকেই বেচি ভাগ ক্ষেত্ৰত দিব লগা হৈছিল। মাদুৰাইত গাখীৰ যথেষ্ট পোৱা যায়। চৰকাৰী গাখীৰ কেন্দ্ৰৰপৰা



আনিব লাগে। লিটাৰত এটকা যোল পয়চা। টুৰিষ্ট ভবনৰ ওচৰতে এটা কেন্দ্ৰ আছিল। আমি মাদুৰাইত থকা কেইদিন সদায়েই কেন্দ্ৰৰপৰা গাখীৰ অনাইছিলো। শাক পাচলিয়ো প্ৰচুৰ পোৱা যায়।

মাদুৰাইত চিটি বাচত ঠাই চাবৰ কাৰণে বেচ সুবিধা। বাচ বিলাক ভাল আৰু ঘনাই যাতায়াত কৰে। টাঙ্গা ৰিক্সাও পোৱা যায় কিন্তু ভাড়া বৰ বেচি। আমি চিটি বাচতে প্ৰথমে পাঁচ মাইল নিলগত থকা এহেজাৰ বৰ্গফুটৰ পুখুৰী এটা চাবলৈ গলো। বাটৰ কাষে কাষে কেইবাটাও কাপোৰৰ মিল দেখা পালো। মাদুৰাইত বহুত কাপোৰৰ শিল্প-প্ৰতিস্থান আছে। পুখুৰীটোৰ নাম মাৰিয়ামাম (Mariammam) বোলে। তামিল ভাষাত "মাৰিয়ামাম টেপ্পাকুলম"। পুখুৰীটোৰ মাজতে এটা মন্দিৰ আছে আৰু চাৰিও পাৰে অহাযোৱা কৰিবৰ নিমিত্তে ৰাস্তা আৰু মানুহৰ সুন্দৰ ঘৰ বাৰী।

মাৰিয়াম টেপ্পাকুলম চোৱাৰ পিচত টিৰুমলাই নায়ক মহল চাবৰ নিমিত্তে চিটি বাচত উঠিলোঁহি। গন্তব্য স্থানত বাচ আহি ৰ'লহি। বাচৰ পৰা নামি কিছুদূৰ খোজ কাঢ়িব লাগে। এখেতে মানুহক সুধি ৰাস্তা থিক কৰি ললে। এই ভৱনটো টিৰুমলাই নামৰ ৰজা এজনৰ ৰাজমহল। বৰ্তমান চৰকাৰৰ হাতত। এই ৰাজমহলটোৰ বিশেষত্ব এয়ে যে ওপৰৰ বহল ছাট (terrace) খনত কাঠ বা লোহা ব্যৱহাৰ নকৰাকৈয়ে অকল ইটা বালি আৰু চূণ চুৰুকীৰে তৈয়াৰ কৰিছে। দুৱাৰৰ চৌকাঠৰ ওপৰৰ লতা পাতৰ নক্সা অতি ধুনীয়া। হলঘৰটোৰ খুটা বিলাক ডাঙৰ ও গোল, ওপৰৰ ছাটৰ কাম ইমান মসৃণ যে দেখিলে মাৰ্বল পাথৰৰ যেনহে লাগে। নক্সা বিলাক 'কাটওৱৰ্ক্সৰ' (Cutworks) নমুনাৰ। ৰাণীৰ অন্দৰ মহলৰ নাচ ঘৰটোৰ ছাতৰ ওপৰৰ কাম চাবলগীয়া। এই ৰাজ-মহলটো বৰ্তমান চৰকাৰী অফিচ আৰু বিচাৰলয় হিচাবে ব্যৱহাৰ

কৰিছে। এই মহলৰ ওচৰতে মাতুৰাইত হাতৰ তৈয়াৰী কাপোৰ, শাৰীৰ দোকান সমূহ আছে। আমি কেইখন মানত সোমাইছিলো, দাম কিন্তু একো কম নেদেখিলো।

ইয়াৰ পিচত এঘাৰ মাইল দূৰত থকা 'আলাগৰ কইল' ( Alagar koil ) বোলা ঠাই এখনলৈ বুলি চিটি বাচত উঠিলো। তাত বিষ্ণু ভগবানৰ মন্দিৰ আছে। বাটৰ দুয়োকাষে ধাননি পথাৰৰ মাজেৰে বাচ চলিবলৈ আৰম্ভ কৰিলে। দৃশ্য পট আমাৰ আসামৰ লগত সাদৃশ্য থকা। পথাৰৰ মাজে মাজে বৈ অহা জুৰিটিয়ে ধাননি পথাৰৰ সৌন্দৰ্য্য দুগুণে বঢ়াইছে। কিছুদূৰ অহাৰ পিছত পথাৰৰ মাজত আধামাইল মান দীঘল পাহাৰ এটা হঠাতে দেখিলো। পাহাৰটো দেখি এনেহেন লাগিল যেন কোনোবাই এই পাহাৰটো এই খিনিতে থলে দৃশ্যৰ জেউতি দুগুণে বঢ়াব বুলিয়েই সেইখিনিতে আৰোপিত কৰিলে। বিশ্বশিল্পী জনাৰ যে কিমান ধৰণৰ অগনন সৃষ্টি। দেখি বৰ ভাল লাগিল।

এইবাৰ আমি মন্দিৰৰ এলেকাত সোমালো। প্ৰথমে শিলৰ বিৰাট গেট এখন পাৰ হৈয়েই আলি বাটৰ দুই কাষে হৰেক ৰকমৰ ফুলনিৰে সৈতে ধুনীয়া, মানুহৰ ঘৰ বাৰী। তাৰ পিছত দ্বিতীয় গেটখন পাৰহৈ মন্দিৰৰ চৌহদত সোমালো, কেউকাষে দেৱাল দিয়া। দেৱালখন ঠায়ে ঠায়ে ভাঙিছে।

গোপোৰমৰ ওচৰত জোতা থলো। গোপোৰমক কেন্দ্ৰ কৰি কেউপিনে মজবুত দেৱাল দিয়া আছে। পাহাৰৰ গাতে লাগি থকা এই মন্দিৰৰ নয়নানন্দ দৃশ্য। মন্দিৰৰ নাম 'টিৰুপ্পাৰান কুন্দ্ৰম' (Tirupparam Kundram)। বিগ্ৰহৰ নাম "সুব্ৰহ্মণীয়া" (Subrahmanya) বুলি কয়। ভগবান সুব্ৰহ্মণীয়াই স্বৰ্গৰাজ ইন্দ্ৰদেৱৰ কন্যা দেৱযানীক বিয়া কৰাইছিল।

আমি বাহিৰত থকা পানীকলত হাত ভৰি ধুই, ফুল, কৰ্পূৰ, ধূপ আদি কিনি মন্দিৰত প্ৰবেশ কৰিলো। আমাৰ লগত দহ বাৰ



জনমান দৰ্শনাৰ্থী আছিল, সকলোৱেই দক্ষিণৰ মানুহ। বিগ্ৰহ বেচ ডাঙৰ, ক'লা পাথৰৰ শঙ্খ, চক্ৰ, গদা পদ্মধাৰী বিষ্ণু ভগবান। কপালত হীৰাৰ উৰ্দ্ধপুণ্ড, মাজত ৰুবী বহুৱা, মূৰত সোণৰ মুকুট। সেৱা কৰিলো। পূজাৰীয়ে আশীৰ্বাদ নিৰ্মালি দিলে। মন্দিৰ প্ৰদক্ষিণ কৰি ওলাই আহিলো। মন্দিৰৰ ওপৰৰ চূড়া কনক মণ্ডিত।

সম্মুখত কল্যাণ-মণ্ডপম্ ( বিয়াবাহৰ )। আগদিনা এখন বিয়া হৈ যোৱা কাৰণে হল ঘৰটো সু-সজ্জিত হৈ আছে। বিয়া ঘৰীয়া মানুহও কেইজনমান আছে। দক্ষিণ ভাৰতৰ প্ৰায় মন্দিৰৰ কল্যাণ-মণ্ডপম্ আছে। এই আলাগৰ কইল বোলা পাহাৰৰ পাদদেশত অৱস্থিত ঠাইখনৰ প্ৰকৃতিক সৌন্দৰ্য্য যেন শিল্পীৰ আঁকি থোৱা ছবিহে।

আমি উভতিবৰ কাৰণে বাচত উঠিলোহি। প্ৰতি আধাঘণ্টাৰ অন্তৰে অন্তৰে এই মন্দিৰলৈ মাতুৰাইৰ পৰা বাচ আহি থাকে। মন্দিৰলৈ আহোতে বাচত এজন ভদ্ৰলোকৰ সৈতে এখেতে চিনাকী হৈছিল আৰু উভতি আহোতেও আমি একে লগেই আহিলো। তেওঁৰ পৰা ফুৰিব লগীয়া কেইখনমান ঠাইৰ কিছু খবৰ লোৱা হল।

মাতুৰাইত থাকি বেচ ভাল লাগিছিল। থকা ঘৰটোও ভাল পাইছিলো, খোৱা বোৱা বস্তুৰো একো অভাব নাছিল ও মাদ্ৰাজতকৈ সস্তা পাইছিলো। মাতুৰাইত আমি পাঁচ দিন থকাৰ পিচত কন্যাকুমাৰীলৈ যোৱাৰ নিমিত্তে প্ৰস্তুত হলো। ৰাতিপুৱা '-' মান বজাত মই ভাত দাইল আৰু এখন আলু, পিয়াজ, পতল, বিন, গাজৰ, ইত্যাদিৰে তৰকাৰী কৰিলো, তাতে ধনীয়া পাত কুটি দিলো। বিছনা বাকচ আদি থিক কৰি দুয়ো ভাত খাই ললো মই বাচনখিনি ধুই পখালি বাকচত ভৰালো, এখেতে ৰিক্সা মাতিবলৈ গল। চাৰে এঘাৰ বজাত আমি কন্যাকুমাৰীলৈ বুলি বাচত উঠিলো। তাৰ বাচ বিলাকৰ ব্যৱস্থা বৰ বেয়া। মাল ওপৰত দিয়ে আৰু বৰষুণ

দিলে আচ্ছাদনৰ কোনো ব্যৱস্থা নাই। মালৰ ব্যৱস্থা যাত্ৰীয়ে তেতিয়া নিজেই কৰি লব লাগে। আমাৰো সেয়ে হল। ৰাস্তাত বৰষুণ দিলে, কণ্ডাক্টৰক কৈ বাচ ৰখাই এখেতে মাল ওপৰৰ পৰা নমাই আকৌ ভিতৰত ললে, কণ্ডাক্টৰে একো সহায় নকৰে। অসমৰ নিচিনা বাচৰ সু-ব্যৱস্থা ক'তো নেপালো। ৰাস্তা-ঘাট, যান-বাহন অৱশ্যে দক্ষিণৰ বহুত ভাল।

বাটৰ দুই কাষৰ পাহাৰ, নদী, বিল আৰু বিস্তীৰ্ণ কৃষি খেতৰ মাজেৰে আহি আছো। মাজে মাজে সৰু চহৰ ও গাওঁ পাইছো। যেতিয়া ষ্টেচন বিলাকত বাচ ৰয়হি তেতিয়াই যাত্ৰীবিলাকে নামি কফি, দোচা, ফ'ল য'ত যি পায় খাইবৈ, বাচ যাত্ৰাৰ একঘেয়ামীৰ পৰা অলপ অৱকাশ লৈ শৰীৰ আৰু মনলৈ সজীৱতা আনে। আমাৰ ৰুচিৰ খোৱা বস্তু দক্ষিণত ক'তো পোৱা নাই। মাতৃৰাইৰ পৰা খোৱা বস্তু লগত লৈ আহিছিলো তাকে উলিয়াই খালো। এনেকৈ আহি "ত্ৰিনাল ভেলী" পালোহি। বাচ এইটো ষ্টেচনত বিশ মিনিটমান ৰয়, পিচে ওচৰত খোৱা বোৱাৰ একো সুবিধা নেদেখিলো। আমি ত্ৰিনাল ভেলীলৈকে টিকট কৰিছিলো, দুৰাতি ইয়াত থাকি যোৱাৰ উদ্দেশ্যেৰে। বতৰ বৰ বেয়া হোৱাত ত্ৰিনাল ভেলীত নথকাই ভাল হব বিবেচনা কৰি, সেই বাচতে নাগৰকইললৈ টিকট কৰিলো। বৰষুণ ভালকৈয়ে দিবলৈ আৰম্ভ কৰিলে, আমিও বাচত উঠি পৰিলো। নাগৰকইল পাওঁতে পাঁচমান বাজিল, ইয়াৰপৰাই কন্যাকুমাৰীলৈ বেলেগ বাচত যাব লাগে। টেক্সীও পোৱা যায়, বাট দহ মাইল মাত্ৰ।

আমি আঠ টকাত টেক্সী এখন বন্দবস্ত কৰি মালপত্ৰ বাচৰ পৰা নমাই টেক্সিত তুলি দিলো। নাগৰকইলৰ পৰা কন্যাকুমাৰীলৈ অতি সুন্দৰ ৰাস্তা। দূৰত পাহাৰ, পাহাৰৰ বুকুলৈকে বিস্তীৰ্ণ সেউজীয়া ধাননি পথাৰ, মাজে মাজে কল গছ আৰু নাৰিকল গছৰ শাৰী। এই নয়নাভিৰাম দৃশ্যৰাজি পাৰহৈ কন্যাকুমাৰীত প্ৰৱেশ



কৰিলো। তিনিওপিনে সীমাহীন মহাসমুদ্ৰ চকুত পৰি মন পুলকিত হল।

সমুদ্ৰৰ পৰা দৃষ্টি ফিৰাই আনি বাস্তৱত মনোনিবেশ কৰিলো। প্ৰথমে থকা মেলাৰ বন্দবস্ত কৰিব লাগিব, তেতিয়া প্ৰায় সন্ধ্যা লাগো লাগো। এখেতে ঘৰ থিক কৰিবলৈ গল, মই মাল ৰখি বহি আছো। দুই তিনি ঠাইত খবৰ কৰাৰ পিচত ক'তো পচন্দৰ ঘৰ নোপোৱাত মন্দিৰৰ আলহি ঘৰৰ কোঠা এটাকে বন্দবস্ত কৰি আহিলে, মাল পত্ৰ নিবৰ কাৰণে মানুহ এটাও লগতে আনিলে। কোঠাটো বৰ ভাল নহয়, পুৰণা। তেতিয়া সন্ধ্যা লাগিল, ক্লান্তও হৈ পৰিছিলো, গতিকে তাতেই থকাটো থিক কৰিলো। শুবৰ কাৰণে খাট এখন, মেজ ও ইজিচেয়াৰ এখন আছে। এখেতে আৰু এখন খাটৰ ব্যৱস্থা কৰি ললে। কোঠাটোৰ পানী, গাধোৱা ঘৰ, চেনিটেৰীৰ ব্যৱস্থা আছে। বাৰাণ্ডাৰ পৰা বঙ্গোপসাগৰ দেখি থাকি।

আমি কোঠাটো অলপ থিক-থাক কৰি ললো। হাত মুখ ধুই মই ষ্টোভটো জ্বলাই চাহৰ পানী এটোপা উঠাই দিলো। মাতৃৰাইৰ পৰা অনা গাখীৰৰ বতলটোত চাওঁ যে গাখীৰ ফাটি আছে। এখেতে ওচৰৰ চাহৰ দোকান এখনৰ পৰা অলপ গাখীৰ কিনি আনিলেগৈ। চাহ দুগিলাচ কৰি জলপানৰ বাকচটোৰ পৰা মাদুৰাইৰ পৰা অনা ৰুতি, মাখন, মিঠাই আৰু মালভোগ কল লৈ চাহ জলপান খাই উঠি অলপ জিৰাই এখেত বজাৰলৈ গল। ৰাতিৰ সাজ ভাত খাবৰ কাৰণে কিবা কিবি অলপ বিচাৰি।

ওচৰতেই বজাৰ, তেখেত সোনকালেই বজাৰ কৰি আহি পালেহি। মই ভাত দাইল আৰু দাইলতে আলু সিদ্ধ দি ৰন্ধা বঢ়া কৰিলো, ঘিউ অলপ পেলাই দি সেইদিনাৰ কাৰণে ৰন্ধন পৰ্ব সমাধা কৰি খাই বৈ বিছনাত পৰিলোহঁক। দিনটো বাচৰ ক্লান্তিকৰ ভ্ৰমণৰ পিচত সোনকালেই নিদ্ৰাদেবীয়ে আকোৱালি:ললে।

খুব পুৱাতে উঠিলো, বাল-সূৰ্য্যৰ অপূৰ্ব উদয়ৰ মুহূৰ্তৰ ৰূপালেখ্য

চাবলৈ। সমুদ্ৰৰ গৰ্জন, তিনিওফালে নীলা জলধিৰাজি। ৰাতি আৰু দিনৰ ধুসৰ ৰঙৰ সন্ধিক্ষণত সূৰ্যোদয় চাবলৈ মানুহৰ জুম। এই সকলো বিলাক মিলি হোৱা নতুন পৰিবেশটোৰ লগত প্ৰথম চিনাকি হোৱা মুহূৰ্তটো আজিও মনৰ মনিকোঠত অঙ্কিত হৈ আছে। আটাইৰে চকু পূব দিগন্তত সীমাবদ্ধ। আকাশৰ ৰঙা আভাই জাননী দি গল ভাস্কৰৰ আগমনি। বিশ্বখনিকৰৰ তুলিকাত ক্ষণে ক্ষণে সলনি হোৱা অপূৰ্ব দৃশ্যপট। পূব দিগন্তত দেখা দিলেহি সূৰুজৰ ৰঙা ৰেখাই। সেই ৰেখা কলা কলাকৈ বাঢ়ি হল পূৰ্ণ কলেৱৰৰ দিবাকৰ। সেইদিনা আকাশ খুব পৰিস্কাৰ নাছিল, ডাৱৰ অলপ থকাত সূৰ্য্যদেবে বেচি দেৰি দৰ্শকক দেখা দি নেথাকিল। তথাপিও অৰুণোদয়ৰ নভোমণ্ডলত অদৃশ্য শিল্পীৰ হাতৰ যি সৌন্দৰ্য্য সম্ভাৰ দেখিলো সেয়ে মনত সাঁচ বহুৱাই থৈছে। আহি প্ৰাতঃকৃত্য শেষ কৰি মন্দিৰলৈ যাবলৈ সাজু হলো।

মন্দিৰ আৰু সমুদ্ৰ আমি থকা ঘৰটোৰ তেনেই ওচৰতে। মন্দিৰৰ দুৱাৰ মুখতে প্ৰসাদ, গোলাপজল, ধূপ, কৰ্পূৰ আদি কিনি মন্দিৰৰ চৌহদত প্ৰৱেশ কৰিলো। গোলাপজল কন্যাকুমাৰীৰ অভিষেকত দিবৰ কাৰণে। মন্দিৰ আকাৰত বিশাল নহয়, কেউপিনে দেৱালেৰে সুৰক্ষিত। বাৰাণ্ডা আৰু হলঘৰ পাৰহৈ মন্দিৰত প্ৰৱেশ কৰিলো। প্ৰথম দৰ্শনত মন চমকৃত হৈ উঠিল, কন্যা কুমাৰী —কতদিনৰ আকাঙ্খিত বাসনা তোমাক দৰ্শন কৰাৰ! মন সন্তোষেৰে পূৰ্ণ হল। শ্বেত প্ৰস্তৰ নিৰ্মিত কুমাৰী বেশত, কুমাৰী ৰূপত, সহাস্যবদনী, মনোমোহা, দেখিলে কন্যা-প্ৰেম জাগৃত হোৱা কুমাৰী কন্যা মূৰ্তি। হাতত সেয়া কনক মণি গঠিত বৰণ মালা, নাকত হীৰা, কাণত স্বৰ্ণকুণ্ডল, মূৰত সুবৰ্ণ মুকুট, হাতত স্বৰ্ণ কঙ্কণ, কণ্ঠত হেমহাৰ, পট্টবস্ত্ৰ সুশোভিতা কুমাৰী দেৱী কন্যা। কন্যা ৰূপা, কন্যা বেশী, ৰাজ ৰাজেশ্বৰী গোসানীৰ ৰূপৰ স্নিগ্ধ মাধুৰিমা কেউদিশ বিয়পাই থৈছে। পোহৰ দেখি স্থিৰ হৈ যোৱা মৃগৰ দৰে, দৃষ্টি স্থিৰ হৈ যায়।



"প্ৰণমো কন্যা, প্ৰণমো মাতৃ, প্ৰণমো দেৱী", মুখৰপৰা ওলাই আহে—"যা দেৱী সৰ্ব্বভূতেষু কন্যা ৰূপেণ সংস্থিতা নমস্তসৈ নমস্তসৈ নমো নমঃ।" নয়নাশ্ৰু বাগৰি আহে। দৰ্শনত হেপাহ নপলাই। ফিৰি যাও, আকৌ আহো। কবৰ মন নেযায় প্ৰতিভাশালী শিল্পীৰ মৰ্মৰ মূৰ্তি বুলি। যেন স্বয়ংভূতা অপৰূপা শুভ্ৰ বসনা নানা হেমলঙ্কাৰ ভূষিতা ক্ষৌমাচ্ছাদিতা প্ৰতিমাখনি জীৱন্ত কন্যা। অন্তৰত কন্যা স্নেহৰ বন্যা লৈ ওলাই আহো। পূজাৰীয়ে নিৰ্মালি আৰু তিলক দি গল।

ঘৰলৈ আহি চাহ জলপান খাই ঘুৰিবলৈ ওলাই গলো। তিনি পিনে জলধি। বঙ্গোপসাগৰ, ভাৰত মহাসাগৰ, আৰু আৰব সাগৰ। কি মনোমুগ্ধকৰ দৃশ্য। প্ৰথমে গলো তিনিখন সমুদ্ৰৰ মাজৰ ভাগৰ শেষ ভূমি খণ্ডত সজা গান্ধীস্মাৰকনিধি বা "গান্ধী-মেমৰিয়েল" চাবলৈ। মন্দিৰৰ আকাৰত সজা দুমহলীয়া পকা ঘৰ। পৰিষ্কাৰ, পৰিচ্ছন্ন সুন্দৰ মসৃণ হ'লঘৰৰ বাৰাণ্ডাৰ পৰা সাগৰলৈ চাই থাকিলে চকু ফিৰাব নোৱাৰি। হ'লঘৰৰ মাজতে মহাত্মাৰ চিতাভস্ম ৰক্ষিত পাত্ৰ স্থাপিত কৰা আছে। ওপৰত এটা দুফুট মান ওখ পকাৰ ভেটী। দুই অক্টোবৰত গান্ধীজীৰ জন্ম দিনৰ দিনা সেই ভেটীটোৰ ওপৰত পোন পটিয়াকৈ সূৰ্য্য ৰশ্মি আহি পৰে। তেনেকৈয়ে ঘৰটোৰ ওপৰৰ চাতত বিন্ধা এটা ইঞ্জিনিয়াৰ সকলে তৈয়াৰ কৰিছে। মহান নেতাজনৰ কথা মনলৈ অহাত ভক্তি আৰু শ্ৰদ্ধাত মূৰ দোঁ খাই গল। গান্ধী মেমৰিয়েল চাই কিছু সময় সন্মুখৰ বাৰাণ্ডাত বহিলো। সীমাহীন উৰ্মিমালাৰে সৈতে নীলা সিন্ধুৰ দৃশ্যই মন কৰবালৈ উৰুৱাই লৈ যায়। ওপৰত স্বচ্ছ নীলা আকাশ। সাগৰৰ বুকুত অসংখ্য মাছমৰীয়া নাওঁ, ক'লা ক'লা পালতৰা। কিমান সময় অতিবাহিত হল কবই নোৱাৰিলো। হঠাত ঘৰীলৈ চকু পৰাত লৰালৰিকৈ উঠি বহালৈ আহিলো।

স্তোভ জ্বলাই দাইল আৰু সিদ্ধ বহাই দিলো, বেলা বহুত হল।

কন্যাকুমাৰীলৈ কত মানুহৰ সমাগম কত ঠাইৰ মানুহ আহিছে, গৈছে। চাও, কাৰোবাৰ লগত দুই এষাৰ কথা পাতিব পাৰি নেকি? দক্ষিণৰ মানুহৰ বেচি ভাগেই হিন্দী নেজানে। তেওঁবিলাকৰ লগত ইংৰাজী নাইবা তামিলেৰে কথা পাতিব লগে। বিভিন্ন প্ৰান্তৰ মানুহ। একে ঘৰতে গোট খাইছেহি। সকলোৰে লগত ভিন ভিন ৰুচি অনুযায়ী ব্যৱহাৰ সামগ্ৰী। কেইদিন মানৰ কাৰণে নিজৰ নিজৰ ঠাই দখল কৰি পোহাৰ মেলি বহা হয়, প্ৰয়োজনৰ শেষত ফটা কাগজৰ টুকুৰাৰ নিচিনাকৈ এৰি থৈ যাওহক। বিচিত্ৰ মানুহৰ জীৱনযাত্ৰা। দাইল খিনিত ঘিউ অকণমান দি নমাই থৈ ভাত বহাই দিলো। বাবাওঁালে ওলাই আহিলো, বঙ্গোপসাগৰ চকুত পৰিল। সূৰ্য্যৰ কিৰণোজ্জলিত তৰঙ্গায়িত সমুদ্ৰৰ এয়া বেলেগ ৰূপ, বুকুত সৌন্দৰ্য্য সম্ভাৰলৈ দুলি থকা জলধিবাজি।

ভাত খাই অলপ জিৰণিলৈ ফুৰিবলৈ ওলালো। সাগৰৰ পাৰত থকা গীৰ্জ্জাটো দেখিবলৈ বৰ ধুনীয়া। কন্যাকুমাৰী এখন সৰু চহৰ, ইয়াত পানী, বিজুলী চাকি, ইত্যাদি সকলো সুবিধাই আছে। আলহি থাকিবৰ নিমিত্তে কেৰেলা ভবন আৰু মাদ্ৰাজ ভবন বোলা দুটো ডাঙৰ ভবন আছে, ইয়াত থকা খোৱাৰ সকলো সুবিধা আছে। ইয়াৰ বাহিৰেও পি, ডব্লিউ, ডি বঙ্গলা, হোটেল আৰু মন্দিৰৰ আলহি থকা ভাল ঘৰ আছে। মন্দিৰৰ ঘৰৰ নিমিত্তে আগতে এক্‌জিকিউটিভ অফিচাৰলৈ লিখিব লাগে। বজাৰত খোৱা বস্তুৰ আমদানি কম। শাক তৰকাৰী বাহিৰৰ পৰা আহে, তেনেকৈ বেচি পোৱা নেযায়। চকুত পৰাৰ ভিতৰত নাৰিকল আৰু কল।

সাগৰৰ পাৰত শামুক, শঙ্খৰে সজা নানান ধৰণৰ বস্তু বেচা দোকান। দোকানীয়ে চকুত লগাকৈ সজাই থৈছে। বিভিন্ন ঠাইৰ পৰা কিমান যে মানুহ আহিছে গৈছে। স্কুল, কলেজৰ ছাত্ৰ-ছাত্ৰী আহিছে পিকনিকত। ল'ৰা-ছোৱালী বিলাকে সাগৰৰ পাৰত পিন্‌পিনাই ফুৰিছে, ঢৌৱে খেদি আহিলে লৰ মাৰে। কাৰোবাৰ বা



শাৰীৰ এচোৱা পানীয়ে তিয়াই দিয়ে আৰু আনন্দত মুখৰহৈ পৰে সমুদ্ৰ সৈকত। মধুচন্দ্ৰিকাত আহিছে দম্পতি যুগল, জীৱনৰ মধু আহৰণ কৰিবলৈ। ধনী মানুহ আহিছে নিজৰ নিজৰ গাড়ীলৈ, সমুদ্ৰৰ পাৰত সুখ বিনোদনৰ কাৰণে। সকলোৱে কন্যাকুমাৰী দৰ্শন কৰি কৃতাৰ্থ হৈছে।

সাগৰৰ পাৰত সাগৰৰ নানা বিচিত্ৰ ধৰণৰ শামুক, শঙ্খৰে পাচি ভৰাই লৈ বহিছে পোহাৰী। ডাঙৰ পাচি এটাৰ ভিতৰত সৰু সৰু নাৰিকল পাতেৰে সজা পাচি বিলাকত বেলেগ বেলেগ ধৰণৰ বিচিত্ৰ শামুক, শঙ্খ ভৰাই ডাঙৰ পাচিতো সজাই লৈ বহি আছে গ্ৰাহকলৈ আশা কৰি। সেয়ে হয়তো জীৱিকা। ওচৰতে ডাব কাটি বিক্ৰি কৰিছে ডাবৰ পানী। কোনো, কোনোৱে ভজা বাদাম, চানাচুৰ, পাকুৰাৰ ঠেলাগাড়ীখন সজাই লৈ এঠাইত ৰৈ আছে। ক্ৰেতাই কিনিছে। সেইখিনি ঠাইৰ মানুহৰ প্ৰয়োজন শেষ হোৱাত আকৌ গাড়ীখন ঠেলি লৈ গৈছে অন্য এটা দিশলৈ।

আমি ফুৰি ফুৰি গৈ এঠাইত দেখিলো বুঢ়ী মানুহ এজনীয়ে সাগৰৰ শামুক শিল এটাৰে ভাঙিছে আৰু ভিতৰৰ মাংস খিনি চুপি পেলাই খাই থৈছে। আমাৰ আগতেই দহ বাৰটা মান খালে, তাৰ পিচত দেখিলো বুঢ়ীৰ ন-দহ বছৰীয়া নাতিনীয়েকে খাবলৈ আৰম্ভ কৰি দিছে। মই একেথৰে চাই থকা দেখি মোকো তাইৰ ভাষাৰে হাঁহি হাঁহি সোধে 'খাব নেকি?' সেইটো বোলে বৰ পুষ্টিকৰ আহাৰ। সেয়েহে নেকি, মানুহ বিলাক নিপোটল ও বৰ পৰিশ্ৰমী।

পশ্চিম সাগৰত সূৰ্য্য অস্ত গৈ আকাশ ৰক্ত ৰঙাহৈ উঠিছে। সন্ধ্যা লাগিল। অদৃশ্য শিল্পীৰ হাতত সাগৰত ক্ষণে ক্ষণে নয়নাভিৰাম দৃশ্যৰ প্ৰকাশ। শেষৰ বিকিৰণচ্ছটা নীলজলধিত ডুব গল। তটভূমি বিজুলী চাকিৰ পোহৰত মোহময় হৈ উঠিল। সাগৰৰ সিগ্ধ বায়ুয়ে শৰীৰ মন শীতলাই দিয়ে। সৈকত এৰি আহিবৰ মন নেযায়।

মন্দিৰৰ আৰতি চাবলৈ লৰালৰিকৈ গুচি আহিলো। মন্দিৰ

সোমায়েই দেখো যে মানুহৰ ভিৰ, কোনোৰকম ঠেলা হেচা কৰি গৈ আগত ঠাই এডোখৰ ললোঁগৈ। আৰতিৰ বাদ্যবৃন্দ বাজি উঠিল। অসংখ্য প্ৰদীপ জ্বলি উঠিছে। প্ৰথমে মুণ্ডিত কেশ, চন্দন, তিলক শোভিত পূজাৰীয়ে পূজা কৰিলে। তাৰ পাচত আঁৰ কাপোৰ পৰিল। ভোগ নৈবেদ্য উৰ্চগা হল। অলপ সময়ৰ পাচত আঁৰ কাপোৰ অতৰোৱা হল। পূজাৰীয়ে ধূপ, ধূনা, প্ৰদীপ, চোৱঁৰ, বস্ত্ৰ, জল, পুষ্পৰে দশোদিশ সুগন্ধৰে বিয়পায়, সংস্কৃতৰ বিশুদ্ধ মন্ত্ৰোচ্চাৰণেৰে আৰতি আৰম্ভ কৰিলে। বাদ্যকাৰে স-ভক্তিৰে বাদ্য বজায়। সুগন্ধিত ধূপ, ধূনা আৰু অসংখ্য প্ৰদীপৰ পোহৰত কিনো ৰূপ খুলিল কন্যাৰূপা গোসানীৰ! অনন্তৰূপা, জ্যোতিৰ্ময়ীৰ জ্যোতিয়ে মন মোহাচন্ন কৰিলে। সালঙ্কাৰা, ক্ষৌমাচ্ছাদিতা, উজ্জল নয়না, শুভ্ৰ বৰণা, স্বৰ্ণমুকুট সুশোভিতা জ্যোতিৰ্ময়ীৰ অতি অপৰূপ ৰূপ মাধুৰিমা সনা জীৱন্ত প্ৰতিমাখনি যেন আনন্দত অধীৰা হল। মানুহ মন্ত্ৰ-মুগ্ধ হৈ যায়। পূজাৰীয়ে এপদ এপদ বস্তু হাতত লৈ মন্ত্ৰোচ্চাৰণেৰে আৰতি কৰি যায়। কিমান সময় অতিবাহিত হয় জ্ঞান নেথাকে। নয়নৰ পৰা লোতক বাগৰি আহে এক বুজাব নোৱাৰা আবেগত। আৰতি শেষত স্তব্ধ হৈ যায় শঙ্খ ঘণ্টা সানাইৰ ধ্বনি। বন্ধ হয় পূজাৰীৰ মন্ত্ৰ। পূজাৰীৰ সেন্দুৰ আৰু নিৰ্মালি বিতৰণতহে সম্বিত ফিৰি আহিল। সেৱা কৰি প্ৰসাদ লৈ ওলাই আহো। মনত কন্যাৰ বিহ্বল কৰা ৰূপৰ স্মৃতিৰ পৰশ লাগি আছে।

পিচদিনা আকৌ আহিলো গান্ধী মেমৰিয়েল চাবলৈ। পৰিস্কাৰ পৰিচ্ছন্ন শ্বেত মৰ্মৰ প্ৰাসাদটোৱে মোক যেন হাত বাউল দি মাতে। সমুদ্ৰৰ দৃশ্যই মোক পাগল কৰে, সেই দৃশ্য উপভোগৰ কাৰণে ওপৰৰ বাৰাণ্ডাত বহিলোঁগৈ। সাগৰৰ বুকুত অসংখ্য পালতৰা মাছমৰীয়া নাওঁ, তিনিওখন সাগৰত পিয়াপি দি ফুৰে। বেগৰ পৰা কলম আৰু ইনলেণ্ড লেটাৰ দুখন উলিয়াই লও, গুৱাহাটীত থকা ডাঙৰ লৰাটোলৈ (মঞ্জু) আৰু শিৱসাগৰত থকা ছোৱালীজনীলৈ



চিঠি লিখো বুলি। দুকলমমান লিখি চকু আকৌ সাগৰলৈ যায়। সাগৰৰ ধীৰ গম্ভীৰ গৰ্জন, সীমাহীন নীলা পানীখিনি অবিৰাম গতিত পাৰৰ শিলত আহি আচাৰ খাই শুভ্ৰ ফেন বিয়পাই পেলাইছে। ৰূপ আৰু সৌন্দৰ্য্য ফুটি উঠে সাগৰৰ বুকুত। মন দিগন্তলৈ উৰি যায়। ভাৰতৰ শেষ ভূমিখণ্ডত বহি আছো। মন যায় যুগ যুগ ধৰি যেন সমুদ্ৰ সৈকতত বহি থাকিম। চিঠি লেখা সম্পূৰ্ণ নহল। ওচৰতে ৰেলিংত ধৰি ঠিয় হৈ আছে এগৰাকী বঙালী ভদ্ৰ মহিলা। তেওঁক দেখি উঠি তেওঁৰ ওচৰলৈ গলো।

মাদ্ৰাজ পোৱাৰপৰা এতিয়ালৈকো ক'তো প্ৰাণ খুলি কথা পাতিব পৰা অসমীয়া, বঙালী বা হিন্দী জনা মানুহ লগ পোৱা নাই। সেয়ে তেওঁক দেখি তেওঁৰ ওচৰলৈ উঠি গৈ কলো, "আপোনাক দেখি মই কিন্তু দুষাৰমান কথা পতাৰ লোভ সামৰিব নোৱাৰিলো দেই। আপুনি নিশ্চয় আমনি নেপাব।"

তেখেতেও তৎক্ষণাত উত্তৰ দিলে, "মোৰো আপোনাক মাতো মাতো লাগি আছিল, কিন্তু আপোনাৰ পোছাকৰপৰা আপুনি কৰ মানুহ ধৰিব পৰা নাই আৰু ভাবিলো, মোৰ ভাষা বা আপুনি বুজি পায় নে নেপায়। আপোনাৰ ঘৰ ক'ত?"

"অসমৰ গুৱাহাটীত, আপোনাৰ একো?" "মোৰ ঘৰ কলিকতাৰ দক্ষিণেশ্বৰত।"

দক্ষিণেশ্বৰ বোলাত মোৰ মনত পৰিল কালীসাধক মহাপুৰুষ শ্ৰীশ্ৰীৰামকৃষ্ণৰ কথা—যিজন মহাপুৰুষে এনে উদাৰ এটা ধৰ্মমত প্ৰচাৰ কৰি গল, যাৰ বাবে হিন্দু ধৰ্মই শ্ৰেষ্ঠ ধৰ্ম বুলি জগতত স্বীকৃতি লাভ কৰিলে। কোন এনে পৃথিৱীত উদাৰ সাধক আছে যি জনাই সকলো ধৰ্মৰ গৱেষণা কৰি হিন্দু, মুছলমান, খৃষ্টান আদি সকলো ধৰ্মকে স্বীকৃতি দিলে। হিন্দু ধৰ্মৰ সকলো শাখা প্ৰশাখাতে তেওঁ সাধনা কৰিলে। নিজেই নিজক ৰাধা ৰূপে জ্ঞান কৰি কৃষ্ণ প্ৰেমৰ সাধনা কৰিলে। হনুমান হৈ ৰামভক্ত হনুমানৰ ভক্তিৰ

সাধনা কৰিলে। সকলো ধৰ্মৰ সাধক ৰূপে (নিজকে সেই সাধক ৰূপে ধৰি লৈ) ধৰ্ম চৰ্চা ও সাধনা কৰি, তেওঁৰ উপলব্ধিৰ সাৰমৰ্ম জগতত প্ৰচাৰ কৰি গল। তেওঁৰেই উপযুক্ত প্ৰিয় শিষ্য স্বামী বিবেকানন্দৰ স্মৃতি চিহ্ন যুগমীয়া কৰি ৰাখিবলৈ কন্যাকুমাৰীৰ বঙ্গোপসাগৰ বিবেকানন্দ স্মৃতিস্তম্ভ আজি নিৰ্মিত হৈ আছে। জয়যুক্ত হওক ৰামকৃষ্ণ সেৱাশ্ৰম। জয় হওক স্বামী বিবেকানন্দ।

"কাৰ লগত আহিছে?" তেওঁক সুধিলো।

"দাদাৰ লগত। তেওঁৰ একমাত্ৰ পুতেক আৰু বোৱাৰীয়েকো আহিছে আৰু মোৰ ছোৱালীজনীও লগতে আহিছে। তেওঁলোক বজাৰৰ ফালে গৈছে, মই ইয়ালৈ আহিছো। মোৰ এই ঠাইখন বিশেষকৈ গান্ধী মেমৰিয়েলৰ এই বাৰাণ্ডাখন বৰ ভাল লাগিছে।

"মোৰো। আপুনি ক'ত উঠিছে?"

"হোটেলত,আপুনি যাব আমাৰ হোটেললৈ। আপুনি ক'ত উঠিছে।" তেওঁ সুধিলে।

"মন্দিৰৰ আলহি ঘৰত। আপোনালোক কিমান দিন ইয়াত থাকিব। ইয়াৰ পিছত কলৈ যাব।"

"আমি ইয়াৰ পিছত ত্ৰিবান্দ্ৰমলৈ যাম।"

মই কলো, "আমিও যাম ত্ৰিবান্দ্ৰমলৈ, ভালেই হব। কেতিয়া যাব?"

"পৰহিলৈ।"

"আমিও, ভালেই হব আকৌ লগ পাম। কন্যাকুমাৰী আপোনাৰ কেনে লাগিছে?"

"জীৱনত এটা বস্তু দেখা বুলি গৌৰৱ কৰিব পাৰি।" কিছুদেৰী কথা পতাৰ পিছত তেখেতৰ আত্মীয়-স্বজন আহি পৰাত, তেওঁলোকৰ লগত চিনা-পৰিচয় হলো। অলপ পৰৰ পিছত তেওঁলোক গলগৈ। মই আকৌ আগৰ ঠাইত বহিলোহি। এখেতে তলত সাগৰৰ পাৰৰ বেঞ্চ এখনত বহি আছে।



আধা লিখা চিঠি দুখন আকৌ উলিয়াই ললো, সাগৰৰ ঢৌৰ গৰ্জন শুনি, উৰ্মিমালা বুকুত লোৱা নীলাপানীখিনিৰ সীমাহীন দিগন্ত বেখালৈ মাজে মাজে চাই সিহঁতলৈও সাগৰৰ সৌন্দৰ্য্যৰ বাখ্যাদি চিঠি দুখন শেষ কৰি বহালৈ ফিৰিলো।

বিবেকানন্দ মেমৰিয়েল চাবলৈ মটৰ লাঞ্চ বা ষ্টিম লাঞ্চৰে সাধাৰণতে যাত্ৰীক নিয়ে। সৰু মটৰ লাঞ্চ দিনৰ ভাগত সকলো সময়তে যাত্ৰী লৈ যাতায়াত কৰি থাকে। আমিও যাবলৈ ওলাই আহি সাগৰৰ পাৰ পালোহি, কিন্তু সৰু মটৰ লাঞ্চত যাবলৈ ভয় লাগিল, যিহে প্ৰকাণ্ড একোটা ঢৌ। আবেলি পৰত ষ্টিম লাঞ্চেৰে গলো। পাৰৰ পৰা আধা মাইল মান হব। যিটো শিলত স্বামী বিবেকানন্দই সাতুৰি উঠিছিল সেই শিলতে মেমৰিয়েলটো সাজিছে। তলৰ ভাগ সজা হৈছে। দুটা ভাস্কৰ্য্যৰ আৰ্হিৰে তৈয়াৰ কৰিছে। বেলুৰ মঠৰ আৰু দক্ষিণৰ মন্দিৰৰ ভাস্কৰ্য্য। তাত ৰেষ্টুৰেণ্ট, হোটেল, সুইমিংপুল আদিৰো ব্যৱস্থা কৰিছে। হৈ উঠিলে ভ্ৰমণকাৰীৰ বৰ আকৰ্ষণীয় ঠাই হৈ পৰিব।

কেউপিনে সাগৰৰ মাজত বিশাল শিল এটাৰ ওপৰত মঠ তৈয়াৰ হৈছে। কি যে অপূৰ্ব দৃশ্য। অসংখ্য কাৰিকৰে দিনে নিশাই ইয়াৰ শিলৰ খুটা, চতি, মূৰ্তি আদিৰ খোদাই কাম কৰিছে। এইবোৰ ষ্টিম লাঞ্চেৰে মঠৰ ঠাইলৈ কঢ়িয়াই নিয়ে। ঘূৰি পকি আমি সকলোবিলাক চাই চিতি ষ্টিম লাঞ্চত উঠি উভতি আহিলো।

বিবেকানন্দ মেমৰিয়েল চাই আহি পাওতে সন্ধ্যা লাগো লাগো। লৰালৰিকৈ হাত-মুখ ধুই মন্দিৰলৈ গলো, শেষ বাৰৰ কাৰণে। পিছদিনা ত্ৰিবান্দ্ৰম অভিমুখে ৰাওনা হব লাগিব। আৰতি আৰম্ভ হৈছে, আগত বহিলোগৈ। চকু ফিৰাব নোৱাৰা ভগৱতী গোসানীৰ ৰূপ। জীৱন্ত প্ৰতিমাখনি সহস্ৰ প্ৰদীপৰ পোহৰত জ্যোতিৰ্ময়ী হৈ উঠিছে। ধূপ-ধূনাৰ সুগন্ধ, আৰু বাদ্য ধ্বনিৰে বতাহ মুখৰিত। পূজাৰীৰ সংস্কৃত মন্ত্ৰ উচ্চাৰণ, এই সকলোবোৰ মিলি

এক মোহময় মায়াজালৰ সৃষ্টি কৰিছে। মানুহ আত্ম বিস্মৃত হৈ পৰে। বাস্তৱলৈ আহে আৰতিৰ শেষত পূজাৰীৰ নিৰ্মালি বিতৰণতহে। কন্যাৰূপা গোসানীক সেৱা কৰি হিয়াভৰা ভক্তি ও প্ৰেমৰ অশ্রু অৰ্ঘ্য দি ওলাই আহিলো, মনত মুছিব নোৱাৰা কন্যাৰ মূৰতি লৈ।

গোসানী কুমাৰী হৈ কিয় ৰল? প্ৰবাদ আছে, ৰাজকুমাৰীক ৰজাই উপযুক্ত পাত্ৰৰ হাতত সমৰ্পণ কৰি পিতৃৰ কৰ্তব্য পালন কৰিবলৈ মনস্থ কৰিছিল। ভগৱতী গোসানী ৰাজকুমাৰীৰ উপযুক্ত বৰ কোন আছে, সদাশিৱৰ বাহিৰে! বিয়াৰ আয়োজন সম্পূৰ্ণ হল, সদাশিৱৰ লগত। দিনবাৰ সকলো ঠিক। ইফালে ৰাজ্যত বাণাসুৰৰ অত্যাচাৰ দিনক দিনে বাঢ়ি আহিছে। দেৱতা সকলে প্ৰমাদ গণিলে, দৈব বাণী হ'ল—"বাণাসুৰ বধ কৰিব পাৰিব কুমাৰী গোসানী কন্যাই।" সৰ্বনাশ, কুমাৰী গোসানীৰ বিয়াৰ আয়োজন সম্পূৰ্ণ, বৰ বেশে সদাশিৱ সজ্জিতহৈ যাত্ৰা কৰিলেই। এতিয়া উপায়? এই মহাসমস্যাৰপৰা কেনেকৈ উদ্ধাৰ পাব পাৰি ইয়াৰ পৰামৰ্শ কৰি দেৱতাসকলে নাৰদ মুনিক এই কামৰ ভাৰ দিলে। এই বিয়া যেনে তেনে বন্ধ কৰিব লাগে।

নাৰদ মুনি এনেবিলাক সমস্যা সমাধানত পটু। তেওঁ বীণাখন হাতত লৈ স্বৰ্গৰপৰা মৰ্ত্য পালেহি। তেতিয়া সদাশিৱ কন্যাঘৰ পোৱাহি নাই, চুছিন্দ্ৰম বুলি ঠাই এখনহে পাইছেহি। চুছিন্দ্ৰম কন্যাকুমাৰীৰপৰা কেইমাইলমান আতৰত, তাতেই নাৰদ মুনিয়ে তেওঁৰ কৌশলেৰে সদাশিৱক ৰখাই থৈ পলম কৰাই দিলে। ইফালে কন্যাদানৰ লগ্ন উত্তীৰ্ণ হল। বৈ গল বৰমালা হাতত কন্যাকুমাৰীৰ, বৈ গল বৰবেশে সদাশিৱ চুছিন্দ্ৰমত। আজিও ভগৱতীৰ সেই কুমাৰীৰ ৰূপৰ পূজা প্ৰচলিত হৈ আছে। চুছিন্দ্ৰমত আছে সদাশিৱ।

পিছদিনা দিনৰ দহ বজাত ত্ৰিবান্দ্ৰমলৈ আহিবলৈ বুলি বাচ



ষ্টেণ্ড পালোহি। ষ্টেণ্ডত দেখো যে গান্ধী মেমৰিয়েলত লগ পোৱা বঙালী পৰিয়ালটোও আহিছে, ত্ৰিবান্দ্ৰমলৈ যাবলৈ বুলি। আৰু পালো মাৰোৱাৰী পৰিয়াল এটা, তিৰুতা মানুহ গৰাকীয়ে মোৰ পোছাক দেখি প্ৰথমে অসমীয়াতে সুধিলে—"আপুনি দেখোন অসমীয়া, অসমৰ কোন ঠাইত আপোনাৰ ঘৰ?"

"গুৱাহাটীত, আপোনালোক ক'ৰপৰা আহিছে?"

"আমিও গুৱাহাটীৰপৰা আহিছো। অসমীয়া মানুহ দেখি বৰ ভাল লাগিল।"

তেওঁলোকৰ লগৰে পুৰুষ মানুহ এজনে মোক সুধিলে, "কন্যাকুমাৰী কেনে লাগিল।"

"অপূৰ্ব, বৰ ভাল লাগিলে।"

"লাগিবতো, আপোনালোকৰ আসাম তথা গুৱাহাটীখন জানো কম লেতেৰা।"

মই কলো, "গুৱাহাটী তথা আসাম লেতেৰা নাছিল, অন্য ঠাইৰ মানুহ আহিহে লেতেৰা কৰিছে। এতিয়াও য'ত অসমীয়া মানুহৰ বসতি সেই ঠাই চাফ চিকুণ। অন্য ঠাইৰ মানুহৰ ঘৰৰ সন্মুখত যেনেকৈ লেতেৰা জাবৰৰ দ'ম, আমাৰ মানুহৰ তেনে বদ অভ্যাস নাই।" নিমিষতে অসমীয়া মাত কেইটা শুনি পোৱা আনন্দ নোহোৱা হৈ গল।

এনেতে বাচ আহি পালেহি। লৰালৰিকৈ বাচত উঠিলো। বৰ বেয়া লাগিছিল কন্যাকুমাৰী এৰি আহি। কন্যাকুমাৰীৰপৰা ত্ৰিবান্দ্ৰম ৫৩ মাইল। কিছুদূৰ কন্যাকুমাৰীৰপৰা অহাৰ পিছত খুব বৰষুণ দিবলৈ ধৰিলে। ষ্টেচন এটা আহি পোৱাত বাচ ৰলহি। বৰ্ষণমুখৰ দিন, গৰম চাহ বা কফি একাপ খাবৰ খুব মন গৈছিল। কিন্তু খাবৰ উপায় নাই। ভাল কফি বা চাহ পোৱা নেযায়। বাচতে আহি সৰু সৰু আইনাৰ গিলাচত চাহ ও কফি বিক্ৰি কৰিছে। তাৰ চেহেৰা দেখিয়েই সন্তোষ। নামিবলৈকো যিহে বৰষুণ,

গতিকে মনৰ আশা মনতে মাৰ নিয়াব লগাত পৰিল। সেইফালে 'বানানা চিপ' (Banana chip) আৰু কাজুবাদাম খুব পোৱা যায়। বানানা চিপকে এক পেকেট কিনি তাকেই বাচত বহি চোবালো।

বাচ চলিবলৈ আৰম্ভ কৰিলে। বাটৰ দুইকাষে নাৰিকলৰ বাগান, মাজে মাজে তামোলৰ বাগান। গাওঁৰ মাজেৰে পানী যোগান ধৰা একোটা খাল দেখা পোৱা যায়, কোনোবা নদীৰ পৰা কাটি আনিছে। খেতিত পানী যোগোৱাৰ বাহিৰেও সেই খালেৰে বেহা বেপাৰবো সুবিধা হৈছে। খালৰ দুই পাৰৰ নাৰিকল ও কলগছৰ ছাঁ পানীত পৰি ইয়াৰ সৌন্দৰ্য্য দুগুণে বঢ়াইছে, তাত নাও চলিছে। নৌকা ভ্ৰমণ কৰিবলৈ নিশ্চয় আনন্দদায়ক হব।

বাটৰ কাষে কাষে কন্দলী বৃক্ষৰ কুঞ্জ। থোকা থোকে নানাধৰণৰ কল লাগি আছে। সেইপিনে দীঘল ডাঙৰ কল এবিধ পোৱা যায়, দেখিবলৈ বৰ মনোমোহা, কিন্তু সুস্বাদু নহয়। বাটত আহোতে ধুনীয়া দেখিয়েই আমি কেইটামান কল কিনি প্ৰমাণ পালো। এবা, সকলো ধুনীয়া বস্তুৱেই ভাল নহয়। বিস্তীৰ্ণ ধাননি পথাৰত কৃষকে হাল বাইছে, কৰবাত বা ধান ৰুইছে, কৰবাত আকৌ সেউজীয়া হৈছে পথাৰ। আমাৰ ধান খেতি চপাবৰ সময়ত দক্ষিণত ধান বোৱাৰ সময়।

সুন্দৰ বাটপথ, দুইপিনে মনোমোহা দৃশ্যাৱলী উপভোগ কৰি আহি দিনৰ বাৰমান বজাত ত্ৰিবান্দ্ৰম পালোহি। বাচ ষ্টেচনৰপৰা আধামাইলমান দূৰৰ হোটেল এটাত উঠিলোহি। অলপ পিছতে দেখো গাঙ্গুলী পৰিয়ালটোও সেই একেটা হোটেলতে উঠিলেহি। সেইদিনা ওচৰৰে নিৰামিষ হোটেল এখনত দুপৰীয়াৰ ভাত সাজ খালো।

ত্ৰিবান্দ্ৰম আৰব সাগৰৰ পাৰত, ঠাইখন দেখিবলৈ ধুনীয়া। ইয়াক 'প্লেজাৰ গাৰ্ডেন' বুলিও কয়। নদ, নদী পাহাৰ, পৰ্বত, সমুদ্ৰ, কলগছ, নাৰিকল গছৰ শাৰীৰে ভৰপুৰ এই ঠাইখনৰ প্ৰাকৃতিক



সৌন্দৰ্য্য বেচ ভাল। খালবিলাকৰ দুয়োপাৰ ঘন কলগছ আৰু নাৰিকল গছৰে ভৰপুৰ। নাৱেৰে ভ্ৰমণ কৰিবলৈ আৰু পিকনিক খোৱাৰ উপযুক্ত ঠাই।

ত্ৰিবান্দ্ৰমৰ ৰজাৰ 'অনন্তশয়নম্ পদ্মনাভম' স্বামীৰ মন্দিৰ দৰ্শন কৰিবলৈ গলো। চৌহদৰ গোপোৰম পাৰ হৈ বাওঁহাতে থকা মন্দিৰৰ কৰ্মচাৰীৰ জিম্মাত জোতা আৰু পুৰুষ সকলে কামিজ গেঞ্জি থৈ কেইটামান খটখটী উঠি মন্দিৰৰ গোপোৰম পালোগৈ। এই গোপোৰম পাৰ হৈ হল ঘৰৰ বাৰান্দাইদি গৈ মন্দিৰ পালো। মন্দিৰৰ ভিতৰত বিগ্ৰহ, ফেণাযুক্ত অনন্ত নাগৰ ওপৰত শায়িত বিষ্ণু ভগবান। এইয়া হল বিশ্ব নিয়ন্তাৰ আদি ৰূপ। তেতিয়া দৃশ্যাদৃশ্য কোনো বস্তুৰেই অস্তিত্ব নাছিল। অখণ্ড জলৰাশিৰ ওপৰত সৃষ্টি কৰিবৰ মানসেৰে প্ৰথমে আৰ্বিভূত হল মহাবিষ্ণু। তেওঁৰ ইচ্ছা মাত্ৰেই নাভিকমলৰপৰা ব্ৰহ্মা ওলাই মানস পুত্ৰ সৃস্তি কৰিলে,—সনত, সনন্দ, সনাতন আৰু সনতকুমাৰ। তদ্ৰূপ ইচ্ছাতেই সৃষ্টি হল,—কাশ্যপ, অত্ৰি, জমদগ্নি, ভৰদ্বাজ, বিশ্বামিত্ৰ, গৌতম আৰু বশিষ্ঠ এই সপ্তঋষি আৰু হল অৰুন্ধতী নামে এগৰাকী ঋষি পত্নী। ব্ৰহ্মাৰ মুখৰপৰা চাৰি বেদ ওলাই এই চতুঃসনক প্ৰথমে শিক্ষা দিলে, তাৰপৰা ক্ৰমাৎ ঋষি মুনিসকলৰ দ্বাৰাই প্ৰচাৰ হল।

ওঠৰ ফুট দীঘল এই মূৰ্তিৰ গৰ্ভত আছে এহেজাৰ শালগ্ৰাম শিলা। দেখিবলৈ ক'লা পাথৰৰ শিলৰ মূৰ্তিৰ নিচিনা। পূজাৰীৰ হাতত- নৈবেদ্য দি সেৱা কৰিলো—"প্ৰথমে প্ৰণামো বহ্মা-ৰূপী সনাতন। সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ তযুনাভি-কমলত ব্ৰহ্মা-ভৈলা জাত। যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত॥" নিৰ্মালি আৰু প্ৰসাদ লৈ ওলাই আহি তাত বিক্ৰি কৰা প্ৰসাদ অলপো কিনি ললো। চাউল আৰু গুৰ দি ভজা আমাৰ বৰ পিঠা আৰু এটা লাড়ু। দৰ্শন কৰি বৰ ভাল লাগিল। বাহিৰত আহি দেখো যে গাঙ্গুলী পৰিয়ালটোও দৰ্শন কৰিবলৈ আহিছে।

আবেলি গাঙ্গুলী পৰিয়াল আৰু আমি ত্রিবান্দ্রমৰ 'একোৰিয়াম' চাবলৈ গলো। একোৰিয়ামটোত সমুদ্রৰ প্রাণী বেচ কিছু ৰাখিছে। বিচিত্র ৰঙৰ বৈচিত্রপূর্ণ জলচৰ প্রাণীবোৰ চাই ভাল লাগিল। গাঙ্গুলীৰ পুতেকে খুব ফটো লৈছে। বোৱাৰীকেৰ নাম আভা। পৰিয়ালটোৰ লগত ফুৰা-চকা কৰি বৰ ভাল লাগিছিল।

ত্রিবান্দ্রমৰপৰা দহ মাইল নিলগৰ 'কোভেলীয়ন' সমুদ্র সৈকতৰ অপূর্ব দৃশ্যৰাজি আজিও মোৰ চকুৰ আগত ভাঁহি আছে। বিশ্ব-খনিকৰৰ বর্ণনাতীত এখন অনিন্দ্য সুন্দৰ ছবি। আৰব সাগৰৰ পাৰত নাৰিকল কুঞ্জই সুশোভিত কৰি ৰখা এই সমুদ্র সৈকতৰ পৰা দেখা বেলি মাৰ যোৱা দৃশ্য বৰ আকর্ষণীয়। সমুদ্রত স্নান কৰিবৰ নিমিত্তে ইয়াত বিশেষ ব্যৱস্থা আছে।

আৰব সাগৰৰ নিচেই পাৰতে চৰকাৰী বাস ভবন এটা আছে। বাস ভবনৰ বাৰাণ্ডাৰ পৰা সমুদ্রৰ সৌন্দর্য্য সম্ভাৰ বাৰুকৈয়ে উপভোগ কৰিব পাৰি। সাগৰৰ পাৰত এই ডুমহলীয়া ভবনটো দেখিলেই বাস কৰিবলৈ মন যায়। তাত থকা খোৱাবো সুন্দৰ বন্দবস্ত আছে। সঁচাকৈয়ে বৰ সুন্দৰকৈ পৰিবেশৰ লগত খাপ খোৱা হৈছে ভৱনটো। আমি নাৰিকল গছৰ তলে তলে সাগৰৰ পাৰত ফুৰি সাগৰত মাছ ধৰা চালো। সাগৰত ডাঙৰ জাল পেলাই মাছ ধৰা বেচ পৰিশ্রমৰ কাম। জাল পেলাই ইমান পৰিশ্রমৰ মূৰত কেতিয়াবা মাছ নেপায়ো। সেই দিনাও নেপালে। ঘূৰি ফুৰি পিয়াহ লগাত ডাবৰ পানী খালো, ডাব বিক্রি কৰা মানুহ থাকেই। যথা সময়ত বাচত উঠি হোটেললৈ ফিৰি আহিলো। বাচ আধাঘণ্টাৰ অন্তৰে অন্তৰে পোৱা যায়।

ত্রিবান্দ্রমত ফুৰি চাকি তিনিৰাতি কটাই আমি ট্রেইন যোগে কোৱেম্বাটুৰলৈ আহিলো। ট্রেইনখনৰ সময় আছিল পুৱা চাৰে চাৰি বজাত। তিনি বজাতে আমি শয্যা ত্যাগ কৰিলো। বিছনা ডুখনৰ বাহিৰে আগদিনাই বাকী বস্তু সামৰি ঠিক কৰি থৈছিলো। আভাহঁত আগদিনাই গল কোচিনলৈ, তাত তেওঁলোকৰ আত্মীয় আছে।



আভাই বৰকৈ মোক মাতি কৈছিল, ফিৰাৰ পথত কলিকতালৈ গলে তেওঁলোকৰ ঘৰলৈ যাবলৈ। ঠিকনা দি কোন নম্বৰ বাচত যাব লাগিব সকলো নির্দেশ দি গৈছিল। কিন্তু আমাৰহে যোৱা নহলগৈ। ঠিকনা আজিও আছে পৰি। কত পথ-বন্ধু পাইছো, সকলোৰে আমন্ত্রণ কৰিছে কিন্তু পৰিশ্রমৰ ক্লান্তিত যোৱা নহয়গৈ।

ৰেলেৰে 'কোৱেম্বাটুৰলৈ' যাবলৈ হলে 'আৰনাকলম' জংছনত ট্রেইন বদলি কৰিব লাগে। আমি যিখন ট্রেইনত গৈছিলো সেইখন ট্রেইন 'আৰনাকুলম' দিনৰ বাৰমান বজাত পায়গৈ। তাৰপৰা মাদ্রাজ মেইলত তিনিমান বজাত উঠিব লাগে, গতিকে আৰনাকুলমত ফুৰিবলৈ যথেষ্ট সময় পোৱা যায়। এখেতে এখন টেক্সি বন্দবস্ত কৰিলে দহমাইল দূৰৰ কোচিন হাৰবাৰ চাবলৈ। আৰনাকুলমতে দুপৰীয়াৰ আহাৰ খাই টেক্সিত উঠিলো। খাবৰ নিমিত্তে ভাল হোটেল আছে। আমি কোচিন হাৰবাৰত কেইবাখনো সমুদ্র জাহাজ দেখিলো। এখন নৌ সেনা বিভাগৰ সজ্জিত যুদ্ধ জাহাজ চলি থকা অৱস্থাত দেখি বৰ ভাল লাগিল। সমুদ্রৰ 'কেনেলৰ' পাৰত বিৰাট বিৰাট ব্যৱসায়ৰ অফিচ আৰু গুদাম ঘৰ সমূহ। চাই চিতি আমি আহি আৰনাকুলম ৰেল ষ্টেচন পোৱাৰ আধাঘণ্টা মানৰ পাচতে মাদ্রাজ মেইলখন আহি পালেহি। খৰখেদাকৈ ৰেলত উঠিলো। কোৱেম্বাটুৰ সন্ধ্যা আঠ মান বজাত পালোহি। ষ্টেচন পোৱাৰ আগৰে পৰা বৰষিবলৈ আৰম্ভ কৰিছে। কোৱেম্বাটুৰ ষ্টেচন পোৱাৰ লগে লগে বাৰিপাত কমক চাৰি বেচিহে হল! নামি ওচৰৰ হোটেল এটাত উঠিলো, আধা তিতিবুৰি।

কোৱেম্বাটুৰ এখন শিল্প প্রতিষ্ঠান চহৰ। ইয়াত বহুত ধৰণৰ ফেক্টৰী আছে। আহল বহল বাট পথ, দেখিবলৈ চহৰখন ধুনীয়া। ধান খেতিও প্রচুৰ হয়। আমি দুৰাতি কোৱেম্বাটুৰত কটাই নীল-গিৰিৰ উট্‌কামণ্ডলৈ বাচ যোগে আহিলো। উট্‌কামণ্ডক উটি বুলিও কয়। উটিলৈ যোৱা পথটো বৰ মনোৰম। আমি দিনৰ দুই বজাত

বাচত উঠিলো। কোৱেম্বাটুৰ চহৰ এলেকা পাৰহৈ পালোহি বাটৰ দুয়োকাষে বিস্তৃত সেউজীয়া ধাননি পথাৰ। পথাৰ পাৰহৈ ওখ ঠাই আৰু পথ লাহে লাহে ওপৰলৈ উঠিছে, দুয়োকাষে তামোলৰ বাগান প্ৰায় চাৰি মাইল মান পথ জুৰি আছে। মই ইমান ডাঙৰ তামোল বাগান আগতে কতো দেখা নাই। গছত থোকে থোকে কেঁচা পকা তামোল।

বাচ এইবাৰ অকোৱা পকোৱা ওখ চাপৰ পাহাৰী বাটেৰে যাবলৈ আৰম্ভ কৰিছে। মাজে মাজে পাও উটিলৈ যোৱা 'টয় ট্ৰেইনৰ' লাইন। উটিলৈ ৰেলেৰেও যাব পাৰি। বাটৰ দুয়ো কাষে শ্যামল গিৰি কন্দৰ; কত ধৰণৰ গছ গছনিৰ মনোমোহা দৃশ্যই ভ্ৰমণ কাৰীৰ মন আনন্দত আপ্লুত কৰি তোলে। মাজে মাজে পাও কুহেলিকাময় পৰিবেশ। পথৰ কোনো চিন-মকাম নাই। আকৌ লুকা ভাকু খেলাৰ নিচিনাকৈ কুৱলী আতৰি বেলেগ দৃশ্য পটৰ আৰ্বিভাব, যেন নাটকত পট পৰিবৰ্তন কৰিবলৈ আৱকাপোৰ তৰাৰ নিচিনাকৈ কুৱলী যেন প্ৰাকৃতিক দৃশ্য পট সলনি কৰিবলৈহে আহিছিল। চকুত আহি পৰেহি অপূৰ্ব ৰূপ সম্ভাৰলৈ নাম নজনা একোজোপা ডাঙৰ কুসুম প্ৰস্ফুতিত গছ। পাও জনবসতিপূৰ্ণ গাওঁ। বাচ আহি ৰয়হি। মানুহ উঠা নমা কৰে। বেচিবলৈ আনে খোৱা বস্তু—কফি, সিগাৰেট, ভজা বাদাম, কল, ইত্যাদি। আকৌ নিৰ্দিষ্ট সময়ত বাচৰ গতি আৰম্ভ হয়। সেনা বাহিনীৰ কেন্দ্ৰ, 'ৱেলিংটন' পালোহি। ধুনীয়া ছবিৰ নিচিনা সেনাধক্ষ্য সকলৰ আবাস। প্ৰাকৃতিক সৌন্দৰ্য্যৰ লগত খাপ খোৱা এই ধুনীয়া ঘৰ বাৰীৰে সৈতে 'ৱেলিংটন' খন সঁচাকেয়ে বৰ মনোৰম ঠাই।

উটি পোৱাৰ আগতে চকুত পৰে পথৰ দুই কাষে বিস্তীৰ্ণ কৃষি ক্ষেত্ৰ, তাত আছে আলু, মতৰ, কবি, গাজৰ, বিন, মূলা, ইত্যাদি। উৰ্বৰা শস্য প্ৰসাৰিণী উটি। বাচ ষ্টেণ্ডত বাচ ৰলহি, তেতিয়া অপৰাহ্ণ। টেক্সী এখন লৈ চৰকাৰী টুৰিষ্ট বাস ভৱনলৈ গলো। সন্ধান কৰাত



মেনেজাৰে থাকিবৰ নিমিত্তে কোঠা পাব বুলি কোৱাত টেক্সীৰ পৰা মাল পত্ৰ নমাই টেক্সী বিদায় দিলো। কোঠাটোৰ দিনে ভাড়া দহ টকা। সকলো সুবিধা থকা টুৰিষ্ট ভৱনৰ কোঠাবিলাক বেচ ভাল। চাহ জলপান আৰু ভাত খাবৰ কাৰণে কেন্‌টিন আছে। কেন্‌টিনৰ খোৱা বোৱা সু-ৰুচিপূৰ্ণ। নিৰামিষ, আমিষ দুয়োবিধ আহাৰেই পোৱা যায়।

পিছদিনা টেক্সীএখন পোন্ধৰ টকাত বন্দবস্ত কৰি উটিৰ দৰ্শনীয় স্থান চাবলৈ গলো। উটিত ফুৰিবলৈ টেক্সী পোৱা যায়, দৰ দাম কৰি লব লাগে। প্ৰথমে গলো বটানিকেল গাৰ্ডেনলৈ। পাহৰৰ পাদ-দেশত হেলনিয়া ঠাই খনৰে সৈতে পাৰ্কখন বৰ ভাল লাগিল। তাতেই বোলে 'সঙ্গম' বোলছবিৰ ছুটিং লৈছিল। নানা বৰণীয়া বৈচিত্ৰময় কুসুম ৰাজি, লতা-পাত, সৌন্দৰ্য্য বঢ়োৱা বনজ সম্পদৰে সুশোভিত কৰা। কৃত্ৰিম পুখুৰী, সেই পুখুৰীত গোলাপী জলজ পুষ্পৰাজি, পানীৰ ফোৱাৰা। কৃত্ৰিম বন সৃষ্টি কৰি তাত থৈছে কৃত্ৰিম হৰিণা, বাঘ ও নানা ধৰণৰ প্ৰাণী। কাল্পনীক দৃশ্য সন্নিহিত কৰা বটানিকেল গাৰ্ডেনখন চাই বৰ আনন্দ পালো।

গাৰ্ডেনৰ ওপৰত পাহাৰৰ শিখৰত টোডা বুলি এটা পাহাৰী জাতিয়ে বাস কৰে। তেওঁলোক সংখ্যাত খুব কম। নিজক তেওঁলোকে পঞ্চপাণ্ডৱৰ বংশধৰ বুলি কয় আৰু সেয়ে এগৰাকী তিৰুতাই পঞ্চ পতি লব পাৰে। পিচে, আজি কালি বহিৰ্জগতৰ লগত আদান প্ৰদান হোৱাই এই প্ৰথা হ্ৰাস পাই আহিছে। দিনটো বৰ্ষণমুখৰ আছিল, মাজে মাজে এৰে। পাহাৰৰ ওপৰত উঠি টোডা ভেলি চাবৰ বৰ মন আছিল কিন্তু বতৰৰ কাৰণে উঠিব পৰা নগল। গাৰ্ডেনতে ফুৰি চাকি ভাবি গুণি আছো, কেনেকৈ টোডা মানুহ দেখা পাওঁ। এনেতে দেখিলো ওপৰৰ পৰা মুনিহ তিৰুতা মিলি বেলেগ সাজ পাৰৰ প্ৰায় দহ পোন্ধৰজন মান মানুহ নামি আহি আমি ৰৈ থকা ৰাস্তাটোৰ ওচৰ পালেহি। এনেতে আমাৰ টেক্সীখনৰ চালক জনে

ৰাজভৱনবোৰ চালে ৰজা মহাৰজাসকলৰ সীমাহীন বিলাসিতাৰ কিছু আভাস পোৱা যায়। উটিৰ দৰ্শনীয় স্থান চোৱা শেষ কৰি থকা ঠাইলৈ উভটি আহিলো।

উটিৰ শাক-পাচলি আৰু ফল-মূলৰ বজাৰখন বিশেষভাবে চাব লগীয়া। সেউজীয়া সজীৱ নানাধৰণৰ শাক-পাচলী, নানাৰঙৰ ফলমূলৰ পোহাৰখনে দৰ্শকক কিনাৰ প্ৰেৰণা যোগায়। ডাঙৰ ডাঙৰ ফুলকবি, বন্ধাকবি, গাজৰ, ওলকবি মতৰ, মূলা, বিন, আলু, ইত্যাদি। কেইবা বিধৰ শাক যেনে ধনীয়া, পালেং, লাই, মূলা সজাই ৰাখিছে বেলেগ বেলেগ ঠাকত। ফলৰ লাইনত দেখিলো সুন্দৰকৈ সজাই থোৱা নীলগিৰিৰ প্ৰসিদ্ধ সেউজীয়া আতলচ্, অমিতা, এপোল, চপেটা, তিয়হ, ডালিম, নাচপতি, প্লাম, ইত্যাদি। বতৰৰ সকলো ফল-মূল, শাক-পাচলি প্ৰচুৰ পৰিমাণে বজাৰত ওলায়। বহু ৰকমৰ কলৰ দ'ম দেখিলো। নীলগিৰিৰ আতলচ এপোৱাৰপৰা এসেৰ ওজনলৈকে দেখিলো। পকিলেও ওপৰৰ ৰং সেউজীয়া হৈয়েই থাকে, ভিতৰত গুটিও নিচেই কম। পিছদিনা বাটত যাবৰ নিমিত্তে আতলচ আৰু অন্য ফল-মূল কিনি ললো। উটিৰ শাক তৰকাৰীৰ বজাৰখন দেখি তাতেই যেন ঘৰ এটা ভাড়া লৈ থাকি যাম, এনেহে লাগিছিল। গাখীৰৰ ব্যৱস্থাও খুব ভাল। ডেৰি ফাৰ্মৰ (Dairy farm) পৰা প্ৰচুৰ গাখীৰ সৰবৰাহ হয়। গৰুবিলাকৰ স্বাস্থ্য খুব ভাল।

পাহাৰী ঠাই-উটিখন সকলো ফালৰপৰা বসবাসৰ উপযোগী ঠাই। ভগবানে নীলগিৰিক উদ্ভিজ সম্পদৰে বৰ চহকী কৰি দিছে। দক্ষিণৰ সকলো ঠাইলৈকে শাক-পাচলি, ফল-মূল উৰ্বৰা উটিয়েই যোগান ধৰি আছে। বিভিন্ন ধৰণৰ শাক-তৰকাৰীৰ বোজাই কৰা লৰীবোৰ দেখিলে বৰ ভাল লাগে।

চাৰিদিন উটিত থাকি মহীশূৰলৈ বুলি যাবলৈ ওলালো। মহীশূৰৰপৰা উটি আশী মাইলমান হব। আমি দিনৰ চাৰে বাৰ



বজাত টুৰিষ্ট ভৱনৰ কেনটিনতে ভাত পানী খাই টেক্সী এখনেৰে বাচ ষ্টেণ্ডলৈ আহিলো। টেক্সীত উঠিব ধৰোতেই প্ৰবল জোৰে বৰষিবলৈ আৰম্ভ কৰিলে। আগদিনাই টিকট কিনা আছিল। মালপত্ৰ কুলিৰ সহায়ত বাচত ভৰাই নিজৰ ঠাইত বহিলো। গাড়ীত ত্ৰিপাল নাই, বিছনাপত্ৰ ভিতৰত সুমাই দিয়াৰ বাহিৰে অন্য উপায় নাই কিন্তু কণ্ডাক্টৰে বাচৰ ভিতৰত মাল ভৰাবলৈও নিদিয়ে কাৰণ যাত্ৰীৰ উঠা নমাত অসুবিধা হয়। কণ্ডাক্টৰেও মালৰ কোনো দায়িত্ব নলয়। আপোনাৰ বাকচ বিচনা বৰষুণত তিতিলেইবা তেওঁলোকৰ কোনো গৰজ নাই, সেই কাৰণে বৰষুণৰ দিনত যাত্ৰীয়ে বাচৰ ভিতৰত মালপত্ৰ ভৰাই লয়। এনেকৈ বাচৰ ভিতৰত মাল ভৰাওতে বহু ক্ষেত্ৰত যাত্ৰী আৰু বাচ কণ্ডাক্টৰৰ ভিতৰত বাক-যুদ্ধও হয়।

নিৰ্দিষ্ট সময়ত বাচ এৰিলে। উটিৰ চহৰ এলেকা পাৰহৈ বাটৰ দুয়ো কাষে সুন্দৰ সেউজীয়া দৃশ্যাৱলীয়ে মন আকৰ্ষিত কৰি ৰাখে। মাজে মাজে পাওঁ আলু, মূলা আৰু নানাজাতিয় কবিৰ খেতি। তাৰ পাচত আকৌ বনানি অঞ্চল। বনবিভাগৰ দ্বাৰা সংৰক্ষিত ৰিজাৰ্ভৰ সাইন বৰ্ড। বাটৰ দুয়োকাষে বহুদূৰলৈকে নানা তৰহৰ বৃক্ষ ৰাজি। এখেতে বনবিভাগত চাকৰি কৰাৰ কাৰণে এইবোৰ আসামৰ হাবিত থকা নথকাৰ কথা সোধো। বনানি অঞ্চল পাৰহৈ আকৌ মুকলি ঠাই।

মাজে মাজে পাহাৰত চৰি ফুৰা সুন্দৰ নিপোটল ভেড়া ছাগলীৰ পাল দেখি ভাল লাগে। অকোৱা পকোৱা, উঠা নমা সুন্দৰ পাহাৰী পথেদি গাড়ী আগুৱাই গৈ আছে। ঠায়ে ঠায়ে এপিনে পাহাৰ আনপিনে গভীৰ খাদ। খাদ কুঁৱলীৰে ঢাক খাই আছে। মাজে মাজে গাওঁ পাওঁ। বাচ ৰব লগা ঠাইত ৰয়হি। বাটত খোৱা বস্তু কলৰ বাহিৰে অন্য বিশেষ একো তেনেকৈ পোৱা নেযায়। আমি উটিৰ পৰা খোৱা বস্তু লগত আনিছিলো, তাকেই খালো। বাচ আকৌ চলিবলৈ আৰম্ভ কৰিলে। এইবাৰ পালোহি

চাহ আৰু কফি বাগান। বাগান পাৰহৈ আকৌ বনবিভাগৰ দ্বাৰা সংৰক্ষিত জঙ্গল। কিছুদূৰ আগুৱাই দেখিলো বন্দীপুৰ গেইম চাঙ্কচিউয়াৰিৰ সাইন বৰ্ড। মধুমালাই পশু সংৰক্ষিত বনৰ কিছু অংশও দেখিলো। পশু সংৰক্ষিত বননি পোৱাৰ লগে লগে দৃষ্টি আছিল অনবৰত বননি অঞ্চলত, কিজানি কেনেবাকৈ বন্য পশু দেখোৱেই। এনেকৈ প্ৰকৃতিৰ অফুৰন্ত বন্য সৌন্দৰ্য্য নয়ন ভৰি চাই গৈ থাকোতে হঠাৎ নয়ন মন আনন্দত উত্ৰাৱল কৰা, দেখা পালো ফুটুকী হৰিণাৰ পাল, 'ৰ' লাগি বাচ খনলৈ চাই থকা। নিজকে পাহৰি গলো, চিঞৰি উঠিলো, "সৌৱা হৰিণাৰ জাক"। বাচৰ মানুহৰ দৃষ্টি সেইপিনে গল। কি মনোমোহা সেই দৃশ্য, আজিও মনৰ চকুৰ আগত ভাহি উঠে। একে ধৰণৰ নাম নজনা পাতল বৃক্ষ ৰাজিৰ তলত বগা ফুট ফুটীয়া মুগা বৰণীয়া ধুনীয়া হৰিণাৰ জাক। আটাই কেইটীয়ে সৰলভাৱে বিস্ময়াভিভূতহৈ বাচখনলৈ চাই আছে, একেথৰে মন্ত্ৰমুগ্ধহৈ। আজিও মনৰ দাপোনত সেই অপূৰ্ব দৃশ্যৰ সাঁচ বহি আছে। মাজে মাজে স্মৃতি ৰোমন্থন কৰি চাওঁ। আশা কৰিছিলো বাচখন কিছু দেৰী ৰখাওক। কিয়নো ৰাখিব! বাচ গৈ আছে, দেখিলো মনৰ আনন্দত ইদাল গছৰ পৰা সিদাল গছলৈ জপিওৱা বৈচিত্ৰময় ৰামধেনু ৰঙেৰে বোলোৱা সৌন্দৰ্য্যপূৰ্ণ ময়ুৰ-ময়ুৰী। মনত আকৌ খলকনি উঠিল—।

মাজে মাজে পাওঁ পাহাৰীয়া নদী শিলে শিলে বাগৰি বাটৰ কাষেৰে বৈ গৈছে, সুন্দৰ সুমধুৰ ধ্বনি তুলি। পানীৰ জুৰলিত শিল এচটাত বহি আছে মাছ খোৱা চৰাই এটি। অপূৰ্ব সুন্দৰ বননি অঞ্চলৰ দৃশ্য উপভোগ কৰি প্ৰকৃতিৰ ৰম্য ভূমিৰ মাজেৰে গৈ আছো। তাতো আকৌ সচৰাচৰে দেখা নোপোৱা বন্য প্ৰাণী দৰ্শন। মন সন্তোষত পৰিপূৰ্ণ। মনতে ভাবিছো বনৰীয়া হাতী এটা দেখা পোৱা হলে। বন্য সৌন্দৰ্য্য উপভোগ কৰি আহি আছো, বনৰীয়া পশু পক্ষী সংৰক্ষিত অঞ্চল শেষ হওঁ হওঁ, এনেতে দেখিলো বাটৰ পৰা



কিছুদূৰতে এটুকুৰা খোলা ঠাইত গছ এজোপাৰ তলত বৈ আছে প্ৰকাণ্ড বনৰীয়া দতাল মাতঙ্গ। "হাতী হাতী" বুলি চিঞৰি উঠিলো। সকলোৱে চালে। মনতো বৰ ভাল লাগিল। সেইদিনাৰ যাত্ৰাৰ আনন্দ স্মৃতি মোৰ মনত এতিয়াও বিদ্যমান।

সন্ধ্যা লগাত মহীশূৰ পালোহি। বাচ ষ্টেণ্ডৰ ওচৰৰে হোটেল এটাত উঠিলোহি। মাল অনা মানুহটোৱে লৈ গল ওপৰ তলালৈ। হোটেলটো বেচ ভাল, এটা চাৰিআলিৰ কাষত। ওচৰতে মহীশূৰ ৰাজপ্ৰাসাদ। হোটেলৰ কোঠাবোৰ আহল বহল, কেউফালে বহল বাৰাণ্ডা। হোটেলৰ সন্মুখত চাৰিআলিৰ মাজত বিগত মহাৰজাৰ মৰ্মৰ মূৰ্তি।

মহীশূৰত নামিয়েই হোটেলত মালপত্ৰ থৈ এখেতে পিচ দিনা Sight seeing ৰ কাৰণে টুৰিষ্ট বাচত টিকট কাটি আনিলেগৈ। আমাক টিকট কটাৰ পৰামৰ্শ মাল অনা মানুহটোৱেই দিলে, "যদি কাইলৈ ঠাই চাবলৈ যায় তেনেহলে এতিয়াই টিকট কাটক, নহলে চিট নেপাব।" টিকত ক'ত পোৱা যায় সোধাত সি ক'লে "ওচৰতে, আহক মোৰ লগত মই দেখুৱাই দিম।" মানুহজনৰ লগত গৈ এখেতে টিকট কাটি আনিলেগৈ। চাহ খাবৰ কাৰণে মই ষ্টোভত পানী উঠাই দিলো। চাও যে গাখীৰ শেষ। মানুহজনক সুধিলো, "ইয়াত বাৰু এতিয়া চাহৰ কাৰণে অকণমান গাখীৰ পোৱা যাবনে?" তেওঁ তৎক্ষণাৎ ভায়েকক পঠাই ওচৰৰ দোকানৰ পৰা গাখীৰ অনাই দিয়ালে। বৰ ভাল লাগিল, মানুহক সহায় কৰাৰ প্ৰবৃত্তিটো দেখি।

পিচদিনা সোনকালে উঠি প্ৰাতঃকৃত্য সমাপন কৰি চাহ জলপান খাই যাবলৈ সাজু হলো। যথাসময়ত টুৰিষ্ট বাচ আহি হোটেলৰ আগত ৰলহি। আমি দুয়ো নামি আহি বাচত আমাৰ নিৰ্দিষ্ট ঠাইত বহিলোহি। আগতে ঠিক কৰি থলে যাত্ৰীক বাসস্থানৰ পৰা উঠাই লয়। প্ৰাতঃকালৰ পৰিবেশ, কোমল কোমল ভাবত মগ্ন পৃথিৱী,

তেতিয়া মানুহৰ ব্যস্ততাত সোমাই পৰিবৰ নৌ হয় এঠোন। শান্ত নিৰ্জন পৰিবেশ। তাতে নতুন ঠাই দেখাৰ আশাত বৰ ভাল লাগিছিল।

দৰ্শনীয় স্থানৰ তালিকা এখন ওচৰতে বহা মানুহ এজনৰ পৰা এখেতে আনিলে, তাত আছে— জগন্মোহন চিত্ৰশালা, মাইশুৰ শিল্প ফেক্টৰী, ললিতা মহল, চামুণ্ডি মন্দিৰ, নন্দী, চিৰিয়াখানা, শ্ৰীৰঙ্গপত্তম (টিপুৰ ৰাজধানী) টিপুৰ গ্ৰীষ্মকাল বাস কৰা ৰাজমহল (Summer palace), ইত্যাদি।

জগন্মোহন চিত্ৰশালা, মহীশূৰ ৰজা শ্যাম ৰাজেন্দ্ৰৰ দিনৰ। ই এটা ৰাজমহল আছিল। ইয়াত ৰজা মহাৰাজাসকলৰ বহু ধৰণৰ বস্তু সংৰক্ষিত কৰি থৈছে। তেওঁলোকৰ আসবাবপত্ৰ, দেশ-বিদেশৰ পৰা সংগ্ৰহ কৰা বাচকবনীয়া সামগ্ৰী—হাতীৰ দাঁতৰ, চন্দন কাঠৰ, ৰূপৰ, চিনামাটিৰ বাসন, বহুৰকমৰ চিত্ৰ, পোষাক, ইত্যাদি। ইয়াৰ চিত্ৰ সমূহ তুলিকাত ফুটাই তোলা, সঁচা সঁচা যেন লগা চিত্ৰসমূহে শিল্পীৰ শিল্প প্ৰতিভাৰ পৰিচয় দিয়ে। এখন চিত্ৰ দেখিলো, এগৰাকী তিৰুতা মানুহে এটি মাটিৰ প্ৰদীপ লৈ আহি আছে, বতাহত নুমাই নেযাবৰ কাৰণে প্ৰদীপটো বুকুৰ গুৰিত স-যতনে লৈ ইখন হাতেৰে আঁৰ কৰি ধৰিছে। সঁচা সঁচা লগা এই ছবিখনৰ বতাহত প্ৰদীপৰ পোহৰ, প্ৰদীপলৈ চোৱাৰ প্ৰকাশ ভঙ্গি, পাৰিপাৰ্শিকতা এই সকলোবোৰ শিল্পীয়ে তুলিকাৰে নিখুট ভাবে ফুটাই তোলাৰ প্ৰতিভা দেখি বিস্ময় মানিব লাগে। সেইজনা শিল্পী হৈছে ৰজা ৰবিভৰ্মা। তেওঁৰ অঙ্কিত বাকী চিত্ৰসমূহৰ অপূৰ্ব নিদৰ্শন দেখিলো। মহাভাৰত ৰামায়ণৰ কাহিনীলৈও বহু চিত্ৰ আছে। কণ্বমুনিৰ আশ্ৰমৰ কুটীৰত মুনিৰ পালিত কন্যা শকুন্তলা সখীসহ বহি আছে। শকুন্তলাৰ শৰীৰৰ প্ৰতি অঙ্গ কি সুন্দৰ ও নিখুট। ৰঙৰ তুলিকাত অদ্ভুত সঁচা আৰোপন। দেখিলে ধাৰণা হয় যেন প্ৰকৃত তেজমঙহৰ শৰীৰহে। মহীশূৰৰ ৰজা শ্যাম ৰাজেন্দ্ৰই বোলে ৰবিভৰ্মাক তেওঁৰ ৰাজ্যলৈ মতাই আনি চিত্ৰসমূহ অকাইছিল।



চামুণ্ডেশ্বৰী মন্দিৰ—পাহাৰৰ ওপৰত এই মন্দিৰলৈ উঠি যোৱা মসৃণ পিচ ঢলা বাটৰ ছয়োকাষৰ প্ৰকৃতিয়ে অকৃপন হস্তেৰে দান কৰা দৃশ্যাৱলীয়ে ভ্ৰমণকাৰীক অপাৰ আনন্দ দান কৰে। শিলনীৰ মাজত হালধীয়া ৰঙৰ বনৰীয়া ফুল, নানা আকাৰৰ শিল, একা বেকাহৈ ওপৰলৈ উঠা পথ, পথৰ কাষত জোপোহা গছ গছনি। ওপৰৰ সমান ঠাইখিনিত চামুণ্ডেশ্বৰীৰ মন্দিৰ। দেবী ৰাজ-ৰাজেশ্বৰী, স্বৰ্ণাভৰণ পৰিহিতা, সুন্দৰী, মনোমুগ্ধা ভগৱতী। মহীশুৰৰ ৰাজপৰিয়ালৰ ইষ্ট দেবী। মন্দিৰ এলেকাত দোকান-পাটৰ সমাৰোহ। চন্দন কাঠৰ, হাতী দাঁতৰ পুতলা, ফুলদানি, চাবিৰ ৰিং, জীৱজন্তু, ইত্যাদি হৰেক ৰকমৰ চন্দন কাঠৰ বস্তু। চামুন্দেশ্বৰী পাহাৰৰ ওপৰৰ সমতল ঠাইখিনি পায়েই চকুত পৰিব বাটৰ কাষতে ঠিয় হৈ থকা বিৰাট দৈত্য ক্ষৌমাচ্ছাদিত মহিষাসুৰৰ মূৰ্তি।

চামুণ্ডি পাহাৰৰ আধা বাটতে পায় বিৰাট কলা পাথৰৰ বৃষভ (নন্দী)। বান্ধিবৰ কাৰণে গাত মেৰাই ৰখা শিলৰ শিকলি আৰু দিঙিত শিলৰ শিকলিৰে সৈতে আঁৰি থোৱা শিলৰ ঘণ্টা। এটা ক'লা পাথৰৰ পৰা কটা এই নিখুত ষাড় গৰুৰ শিকলিৰে সৈতে মূৰ্তিটো চাবলগীয়া।

এইবাৰ আহিলো ললিতা মহল চাবলৈ—ৰাণীৰ ৰাজপ্ৰসাদ, বৰ্তমান "ষ্টেট গেষ্ট হাউছ"। সৰ্বসাধাৰণক ৰাজপ্ৰসাদ হিচাবে ব্যৱহাৰ কৰি থকা অৱস্থাত সোমাবলৈ নিদিছিল। ললিতা মহলত সোমাই যেনিবা ৰাজপ্ৰসাদৰ ৰজা-ৰাণীসকলৰ থকা মেলাৰ প্ৰাচুৰ্য্যৰ কিছু গম পোৱা যায়। বৰ্তমান ষ্টেটৰ বিশিষ্ট আলহী সকলে এইকন থকা মেলাৰ সুখ পাইছে।

মহীশুৰ চিৰিয়াখানাটো চাই বৰ ভাল লাগিল। জীৱ জন্তুবিলাক ভালকৈ ৰাখিছে। ঘূৰি পকি ভাগৰ লাগিল, ভিতৰতে থকা দোকানৰ পৰা ছুগিলাচ আঙ্গুৰৰ ৰস খালো। চিৰিয়াখানাৰ ভিতৰতে

কফি, সৰবত আদি খাৰৰ ব্যৱস্থা আছে। আমি বৰ তৃপ্তিৰে আঙুৰৰ ৰস ছুগিলাছ খালো।

শ্ৰীৰঙ্গপত্তম, ১০০০ খৃষ্টাব্দৰ টিপুসুলতানৰ ৰাজধানীৰ ভগ্নাৱশেষ। "দৰিয়া দৌলত" তেওঁৰ গ্ৰীষ্মকালত থকা প্ৰাসাদ। গছ গছনী ফুলাদিৰে সুশোভিত কৰি ৰখা ডাঙৰ বাগান এখনৰ মাজত প্ৰকাণ্ড সিংহদ্বাৰ পাৰহৈ দুমহলীয়া দালানটো। তলৰ মহলাৰ বেৰত অঙ্কিত আছে যুদ্ধৰ শোভাযাত্ৰাৰ নানা ৰং বোলোৱা চিত্ৰ সমূহ। ওপৰ মহলাৰ কোঠা বিলাকত টিপু সুলতান আৰু তেওঁৰ পৰিয়ালৰ ছবি। ঘৰৰ ছাত, চৌকাঠ, দৰজাৰ নক্সাবিলাক বেচ সুন্দৰ। স্বাধীনতাৰ হকে বৃটিশৰাজৰ লগত যুদ্ধ দিওতা বীৰ টিপু সুলতান।

এইবাৰ বাচ গৈছে কৃষ্ণৰাজ সাগৰ বাঁধৰ পিনে। চাৰিওপিনে ধাননি পথাৰ, পত্ৰ বহুল গছ গছনীৰ মাজেৰে, সু-উচ্চ নাৰিকল গছ, বৃক্ষ-লতা অতিক্ৰম কৰি বাচ ৰলগৈ বৃন্দাবন গাৰ্ডেনৰ গেটত। সকলোৱে পৰা চাৰি অনাকৈ মাছুল ললে। গেটৰ ভিতৰেদি বাঁধৰ কাষৰে গৈ যথাস্থানত বাচ ৰ'ল। এয়েই সেই 'অটমেটিক্ গেট ফাউন্দাৰ' ভাৰত ৰত্ন উপাধিধাৰী বৈজ্ঞানিক বিশ্বেশ্বৰায়াৰ সুপৰিকল্পিত বিখ্যাত বৃন্দাবন গাৰ্ডেন। সকলো ভ্ৰমণকাৰী বাচৰ পৰা নামিয়েই ইফালে সিফালে ফুৰিবলৈ আৰম্ভ কৰি দিলে, পৰীৰ-ৰাজ্য বৃন্দাবন গাৰ্ডেনত। তেতিয়া সন্ধ্যা লাগো লাগো হৈছে। বিজুলী চাকি বিলাক জ্বলি উঠা নাই। আমি অলপ ইফাল সিফাল কৰিছো, এনেতে দেখোন গোটেইখন যাদুকৰৰ যাদুকাঠিৰ স্পৰ্শত যেন সপোনপুৰী হৈ উঠিল। অসংখ্য ৰঙৰ পোহৰ, অত্যোজ্জল নয়নাভিৰাম দৃশ্য। পানীত ৰঙৰ পোহৰে ইন্দ্ৰধনুৰ বৰ্ণ বৈচিত্ৰৰে সৃষ্টি কৰিছে কত ধৰণৰ পানীৰ ফোৱাৰা। সেই পোহৰত নানা ৰঙৰ পোহৰৰ খেলা—ৰঙা, নীলা, বেঙুনীয়া, হালধীয়া, সেউজীয়া। কৃত্ৰিম জান, জুৰী, পুখুৰী। প্ৰস্তৰ নিৰ্ম্মিত হস্তীয়ে শুৰ ওপৰলৈ তুলি পানী উদ্গীৰণ কৰিছে। সেই উদ্গীৰিত পানীত ৰঙৰ খেলা। সেউজীয়া



দলিছা যেন ঘঁাহনিত, ৰঙা, বগা, গোলাপী, হালধীয়া, বেঙুনীয়া বৈচিত্ৰপূৰ্ণ কুসুম ৰাজিৰে সমাসিন হবেক ৰকমৰ আকৃতিত। কোনোবা খিনিত ওপৰৰ পৰা ৰামধেনু ৰঙৰ কাঞ্চিপুৰমৰ পাতৰ কাপোৰ এখনিহে যেন বাগৰি আহিছে ঝৰ ঝৰ শব্দ কৰি। কল্পনা কৰি লব পাৰি মেচিনেৰে ভেলোঠাত যেন ৰামধেনু ৰঙৰ সুতা মেৰ খাইছে। ফোৱাৰা বিলাকৰ প্ৰকাশৰ বিভিন্ন ভঙ্গিমা। হ্ৰদৰ মাজত পাৰ হবলৈ আছে সেতু। সেই হ্ৰদত নৌকা ভ্ৰমণৰো ব্যৱস্থা আছে। হ্ৰদৰ সিটো পাৰে আছে বেলেগ ধৰণৰ পৰী ৰাজ্য। ধন্য মহান শিল্পী বিখ্যাত বিশ্বেশ্বৰায়া, তোমাৰ পৰিকল্পিত বৃন্দাবন গাৰ্ডেন চাই আজি কিমান মানুহে সন্তোষ আৰু আনন্দ পাইছে।

ফুৰি চাকি এখন ৰেষ্টুৰেণ্টত সোমাই গৰম চাহ আৰু সিঙাৰা খাই বাচত উঠিলোহি। ৰাতি আঠ বজাত হোটেল পালোহি। কিবা অলপ কৰি খাইবৈ শুই থাকিলো।

মহীশূৰ খন বেচ পৰিষ্কাৰ, পৰিচ্ছন্ন। দৃশ্য বৈচিত্ৰত অপূৰ্ব। চাবলগীয়া বস্তু বহুত আছে। ৰজা মহাৰজাৰ দেশ, গতিকে আকৰ্ষণীয় বস্তু থাকিবই।

মহীশূৰ ৰাজপ্ৰসাদ চাবলৈ গলো। বিৰাট সিংহদ্বাৰৰ মুখত আমি ইতঃস্তত কৰি থকা দেখি গাইড এজনে আগবাঢ়ি আহি কলে, "গেটৰ ভিতৰলৈ যাব পাৰিব আৰু বাওঁহাতে থকা ৰজাৰ ভূবনেশ্বৰী মন্দিৰ দৰ্শন কৰিব পাৰিব। গেটত থকা চিপাহী জনক কোৱাত গেট খুলি দিলে আৰু আমি ভিতৰলৈ সোমাই গলো। গাইডক অলপ দক্ষিণা দিব লগা হল। দেৱী মন্দিৰ দৰ্শন কৰি যথাৰীতি সেৱা সৎকাৰ কৰি এখেতক কলো "বলকচোন ৰাজ মহলটোৰ ওচৰলৈ যাওঁ"। মহলৰ আগত বিৰাট ময়দান খনত ভৰি দিছোহে, এনেতে দৰবাৰ হলৰ বাৰাণ্ডাত থকা বন্দুকধাৰী চন্তৰীয়ে হুইচেল মাৰি দিলে। উভটি আহিলো। সেইদিনা পেটে পেটে বৰ খং উটিছিল। পিচে, বৰ্তমান বোলে আৰু সেই চিপাহী-চন্তৰী, আদৰ

নহয় আমিটো খুবেই ভাল পাও। অচিনাকী ঠাইত এজন স্থায়ী মানুহ ফুৰাৰ লগ হিচাবে পালে কিমান সুবিধা হয়।” ল’ৰাজন আমাৰ লগতে ওলাল। তেওঁৰ নাম সুৰেশ।

সুৰেশ আৰু আমি এইধাৰে লানিৰিগিৰ পৰা ওলাই আহি বাটৰ কাষত চিটি বাচৰ কাৰণে অপেক্ষা কৰিলো, ‘কাবন পাৰ্ক’লৈ যাবৰ নিমিত্তে। তিনি চাৰিখন বাচ পাৰ হ’ল, বহিবলৈ নেলাগে ঠিয় হবলৈকো সন্ধি নাই। বৈ থাকি শেষত যেনিবা এখন বাচত কোনো ৰকম ঠেলা-হেঁচা কৰি উঠিলো। বহিবলৈ যিবা এটুকুৰা ঠাই পালো, সেই বহাৰ পৰা কেতিয়া মুক্তি পাওঁ তাকেহে চিন্তিবলৈ ধৰিলো। যথাস্থানত শ্ৰীসুৰেশৰ নিৰ্দেশমতে নামিলো।

কিছুদূৰ খোজ কাঢ়ি গৈ কাবন পাৰ্কত সোমালো। এই কাবন পাৰ্কত চৰকাৰী হেড্ অফিচ সমূহ, বিচাৰালয়, ইত্যাদি। আমি ভাৰত ৰত্ন শ্ৰীএম্. বিশ্বেশ্বৰয়াৰ টেকনিকেল মিউজিয়ামটো চালো। তাত বহু ধৰণৰ যন্ত্ৰপাতিৰে বিজ্ঞানৰ অগ্ৰগতি দেখুৱাইছে। তাৰ পিচত আহিলো বাঙ্গালোৰৰ বিধান সভালৈ। তেওঁলোকৰ কানাড়া ভাষাত কয় ‘বিধান চৌধা’। কি সুন্দৰ বাৰ অট্টালিকা সদৃশ বিধান সভা। গোটেই এলেকাটোৰেই সুন্দৰ সুপৰিকল্পিত। ৰাস্তাঘাট, ফুলনি, ঘাঁহনি সকলোবিলাক মিলি এখন মনোৰম ঠাই হৈ পৰিছে। বিধান সভাৰ ভিতৰলৈ দৰ্শকক যাবলৈ দিয়ে, সময় বান্ধি দিয়া আছে। আমি বিধান চৌধাৰ গেটৰ মুখ পাওঁতে চাৰি মান বাজিছে ও চাই থাকোতেই ভিতৰ [illegible] গেট বন্ধ কৰিলে। মোৰ ঘূৰি ঘূৰি ইমাৰত ভাগৰ লাগিছি [illegible] চিৰিতেই বহি পৰিলো। বন্ধ যেতিয়া হ’ল, ভাবিলো আমাৰ ভিতৰখন চোৱা নহব। সুৰেশে কলে, “আন্টি আপুনি ইয়াতে বহক, মই বাকি খবৰ কৰি আহো কেতিয়া গেট খুলিব। পিচ ফালৰ গেট এখনো আছে সেইখন খোলা থাকিব পাৰে। আপোনাৰ খুব ভাগৰ লাগিছে নহয়?” মই বহি থাকিলো, এখেত আৰু সুৰেশ আহিল আৰু কলে “আন্টি বলক



পিচ ফালেদি সোমাব পৰা যাব।” তেওৰ লগত গৈ বিধান সভাৰ ভিতৰখন চালো। সুৰেশে আমাক সকলোবিলাক খৰচি মাৰি চোৱাত বেচ সহায় কৰিলে।

বিধান সভাৰ সন্মুখৰ সেউজীয়া ঘাঁহনিত বহি আমি তিনিও অলপ জিৰালো। শ্ৰীসুৰেশৰ ঘৰৰ বা-খবৰ ললো। সুৰেশৰ ঘৰ মাইশুৰৰ কোনোবা এখন গাওঁত। দেউতাকৰ বহু মাটি-বাৰী আছে, তেওঁ খেতিয়ক। ঘৰত মাক দেউতাক আৰু এজনী ভনীয়েক আছে, ককায়েক বৌএক দুয়ো ডাক্তৰ। তেওঁলোক উচ্চ শিক্ষাৰ কাৰণে বৰ্তমান স্বামী-স্ত্ৰী আমেৰিকাত আছে। সুৰেশে অভাৱচিয়াৰ পাচ কৰি কাম নোপোৱাত বি, এচ, চি, পঢ়িছে।

চিটি বাচ আহি পোৱাত আমি বাচত উঠি পৰিলো উভতিবৰ কাৰণে। আহি পাই আমাৰ হোটেলৰ অলপ ওচৰৰ ৰেষ্টুৰেণ্ট এখনত সোমালো। তাতে আমি তিনিও জলযোগ কৰি ওলাই আহিলো। শ্ৰীসুৰেশে পিচদিনা আৰো ঠাই দেখুৱাবলৈ নিবৰ কাৰণে আহাৰ কথা কৈ আমাৰ পৰা বিদায় ললে। আমি সেইদিনাৰ নিমিত্তে ফুৰা শেষ কৰি হোটেললৈ আহিলো। পুৱা চাহ খাই উঠি কাপোৰ কানি পিন্ধি ফুৰিবলৈ সাজু হৈছো এনেতে সুৰেশ পালেহিয়েই। তেওঁকো চাহ জলপান খুৱাই আমি তিনিও ওলালো।

বাঙ্গালোৰৰ ৰাজপথত কিছুদূৰ খোজ কাঢ়ি আমি চিটিবাচত উঠি চৰকাৰী চেণ্ডেল চাবোনৰ ফেক্টৰী চাবলৈ গলো। [illegible] ষ্টেজত নামি আধামাইলমান খোজ কাঢ়ি চাবোনৰ কাৰখানা পালেগৈ। গেটৰ মুখৰ অফিচতে কাৰখানাত সোমাবৰ কাৰণে অনুমতি লব লাগে। সকলো বুজাই দেখুৱাই দিবৰ নিমিত্তে এজন মানুহ দিয়ে। চাবোন তৈয়াৰ কৰা আৰম্ভৰে পৰা পেকিংলৈকে মেচিনদ্বাৰাই হয়। তাৰ পৰা কেডখৰ মান চাবোন কিনি উভতি আহিলো।

চাফ চিকুন বাঙ্গালোৰ খনত ফুৰিবলৈ বহুত ঠাই আছে। শাক-

তৰকাৰী ফল মূল বেচ সস্তা। ভাল গাখীৰো পোৱা যায়। থাকি বেচ ভাল লাগিল। আমি চাৰিদিন থাকি ৰাতি 'ন' বজাৰ ট্ৰেইনত 'বৃন্দাবন এক্সপ্ৰেসত' মাদ্ৰাজলৈ বুলি ৰাওনা হলো। সুৰেশে আমাক ষ্টেচনত আগবঢ়াই থবলৈ গধুলা আঠমান বজাত আমি থকা হোটেল পালেহি। তেওঁ টেক্সী মাতি, যাবৰ নিমিত্তে আমাক যথেষ্ট সহায় কৰি দিছিল। আমাক বেলত উঠাই মালপত্ৰ উঠোৱা মেলাত নিজৰ ল'ৰাৰ দৰে সহায় কৰিছিল। ট্ৰেইন এৰিবলৈ আৰু আধাঘণ্টামান দেৰী আছে। সুৰেশৰ লগত কথা বতৰা পাতি আছো, এনেতে ট্ৰেইনৰ খাদ্য যোগোৱা মানুহে আহি সুধিলেহি, ৰাতিৰ আহাৰ ইয়াতে লবনেকি ? আমি টষ্ট, মাখন, আমলেট দিবলৈ ক'লো তিনি পেকেট। পেকেট তিনিটা খুব সুন্দৰকৈ বান্ধি দিলেহি। পয়চা দি পেকেট তিনিটা ললো, তাৰে এটা পেকেট সুৰেশক দি খাবলৈ ক'লো। আমাৰ অনুৰোধত তেওঁ প্লেটফৰ্মৰ বেঞ্চতে বহি খালে। আমাৰ খোৱা পানীৰ বতলৰ পৰা এগিলাচ পানী দিলো। ট্ৰেইন এৰিবৰ সংকেত দিলে, গাড়ীত উঠি তেওঁৰ পৰা বিদায় ললো। সুৰেশে আমাৰ পৰা ঠিকনাদি লৈ যাত্ৰাৰ শুভ কামনা কৰি বিদায় ললে। বাঙ্গালোৰ ভ্ৰমণৰ কথা মনলৈ আহিলেই সুৰেশলৈ মনত পৰে। 'বৃন্দাবন এক্সপ্ৰেচ ট্ৰেইনত' শুই শুই মাদ্ৰাজলৈ বুলি আহি আছো। ঘৰতে শুই আছোনে বেলতে আহিছো একো গমেই নাই। সুন্দৰ বেল যাত্ৰা।

খুব প্ৰত্যুষতে মাদ্ৰাজ পালোহি। মাদ্ৰাজ সেণ্ট্ৰেল বেল ষ্টেচনৰ ওচৰতে 'সেণ্ট্ৰেল লজ' বুলি বৰ্ডিং এটাত উঠিলোহি। ঘৰটো ভাল, কোঠাটোও বেচ ভাল পালো। মানুহখিনিৰ ব্যৱহাৰ পাতিও ভাল লাগিল। ঘৰটো দুই তলা। আমি ওপৰ তলাৰ কোঠা এটা ললো। খাবৰ নিমিত্তে ওচৰতে নিৰামিষ হোটেল আছে। আমি কোঠাটোত মাল পত্ৰ থৈ ফুৰাৰ লেতেৰা কাপোৰ কানি কিছু ধুই মেলি বিছনাপাতি বোৰ ব'দত দিলো। গা-পা ধুই চাহ কৰি



তলৰ ৰেষ্টুৰেণ্টৰ পৰা দোচা, আলু পিয়াজৰ তৰকাৰী আৰু এবিধ চাটনী—নাৰিকল বোকা, বুত দাইল বতা, কেচাজলকীয়া, ধনীয়া শাক, নৰসিংহৰ পাত আৰু অলপ জিৰা সৰিয়হ ফোৰণ দিয়া। উপাদেয় চাটনীৰে সৈতে ৰাতিপুৱাৰ চাহ জলপান খাই যাত্ৰাৰ নিমিত্তে ওলালো।

মায়লাপুৰত থকা শ্ৰীকৃষ্ণমূৰ্তিহঁতৰ ঘৰলৈ গলো। চিঠি পত্ৰ, টকা পয়ছা ঘৰৰ পৰা কি আহিছে খবৰ কৰিবলৈ। গৈ পোৱাত ইন্দিৰাই এজাপ চিঠি উলিয়াই দিলে। বৰ ভাল লাগিছিল চিঠিখিনি পঢ়ি। বহুত দিন খা-খবৰ পোৱা নাছিলো। সেইদিনা কৃষ্ণমূৰ্তিহঁতে আমাক তেওঁলোকৰ ঘৰতে ভাত খুৱালে। কৃষ্ণমূৰ্তিয়ে আমাৰ নিৰ্দেশমতে পুৰীলৈকে বেলৰ টিকত আৰু মাদ্ৰাজত ফুৰিবৰ নিমিত্তে টুৰিষ্ট বাচৰ টিকট কৰি ৰাখিছিল। আবেলি পৰত তেওঁলোকৰ পৰা বিদায় লৈ থকা বৰ্ডিংলৈ আহিলো।

পিচদিনা পুৱা আঠমান বজাত টুৰিষ্ট বাচত ঠাই চাবৰ নিমিত্তে ওলালো। তাৰ প্ৰসিদ্ধ ঠাই কেইখন, কাঞ্চীপুৰম, মহাবালীপুৰম, পক্ষীটেম্পল, আৰু বাৰ্ড চাঙ্কচুয়াৰী। ডিলাক্স বাচখন ভ্ৰমণকাৰীৰে ভৰ্তি হল। নানা ঠাইৰ বিভিন্ন ভাষাভাষীৰ মানুহ। যাত্ৰা আৰম্ভ হল। প্ৰথমে কাঞ্চীপুৰম, আমাৰ কাৰণে এই দ্বিতীয়বাৰ। আমি আগতে কাঞ্চীপুৰমলৈ বেলেগে গৈছিলো আৰু সেই যাত্ৰাৰ কথা উল্লেখ কৰা হৈছে। কাঞ্চীপুৰম চাই মহাবালীপুৰমৰ অভিমুখে বাচ চলিবলৈ আৰম্ভ কৰিলে। পথৰ দুয়োফালে সেউজীয়া ধাননি পথাৰ, জলাশয়, তেতেলি আৰু তালগছৰ শাৰী। মাজে মাজে পাওঁ লোকালয়। সু-উচ্চ নাৰিকল কুঞ্জ অতিক্ৰম কৰি গৈ আছো। বিশ্বশিল্পীৰ অপূৰ্ব সৌন্দৰ্য্যময় প্ৰাকৃতিক দৃশ্যাৱলী। ধুসৰ ৰঙৰ পাহাৰ পৰ্বত বন উপবন। তৃপ্তিত মন ভৰি উঠে, মহাবালীপুৰম সাগৰৰ পাৰত। নীলা পানী বগা বালিৰ সমুদ্ৰ-সৈকত, কি অপূৰ্ব মনোমোহা দৃশ্য।

মহাবালীপুৰম পুৰণা ঐতিহ্যৰে বিদ্যমান। কাষতে বিৰাট বিৰাট শিলত কটা বিভিন্ন ধৰণৰ নক্সা, গৰ্ছ গছনীৰ ছাবি, তাত হাতী, বাঘ, সাপ, হৰিণা সুন্দৰকৈ শিলত কাটি থৈছে। ক'ৰবাত আছে মানুহ ও ক'ৰবাত দেৱ-দেৱীৰ মূৰ্তি। অলপ দূৰতে আছে এটা ডাঙৰ শিলৰপৰা কাটি উলিওৱা পাঁচটা সৰু সৰু মন্দিৰ। মন্দিৰৰ লগত আছে হাতী, ষাড় গৰু, বাঘ, সিংহ, ইত্যাদি। তাৰে এটা মন্দিৰ দুই তলা, ওপৰত কিছু অংশ কাটি মেলাত ওপৰৰ তলালৈ উঠিবলৈ নিদিয়ে। এই বিলাক 'মনোলিথিক আৰ্ট' বুলি কয় অৰ্থাৎ এটা শিলৰ পৰা কাটি উলিওৱা। কি বিৰাট শিল আছিল নেদেখিলে অনুমান কৰিবলৈ টান।

সমুদ্ৰৰ নিচেই পাৰতে পৌৰাণিক যুগৰ শিৱ মন্দিৰ। মন্দিৰৰ ভিতৰত আছে শিৱলিঙ্গ। এতিয়া পূজা পাতল নহয়। মন্দিৰৰ চাৰিওফালে শিলৰ দেৱাল, সাগৰৰ পিনে কিছু ভাঙিছে। এতিয়া সেই পুৰণা ঐতিহ্যপূৰ্ণ মন্দিৰ ৰক্ষা কৰিবৰ কাৰণে কিছু অংশ সাগৰৰ পাৰ শিলেৰে বন্ধাই দিছে। তাত বহি থাকিলে আহিবৰ মন নেযায়। সাগৰৰ ঢৌ শিলত আহি মনৰ আবেগত যেন আছাৰ খাই পৰিছেহি গৰ্জনত সফেন উৰ্মিমালা শুভ্ৰৰূপলৈ। অপূৰ্ব সুন্দৰ মহাবালীপুৰমৰ সাগৰৰ পাৰৰ দৃশ্য।

তেতিয়া মধ্যাহ্নৰ সূৰ্যদেৱতা প্ৰখৰ ৰৌদ্ৰছটালৈ মধ্য আকাশত বিৰাজমান, ৰবি ৰশ্মি নীলা পানীখিনিত প্ৰতিবিম্বিত সমুজ্জল হৈ পৰিছে। আমিও ভোক আৰু পিয়াহৰ খোৰাক বিচাৰি আহিলো। দুই তিনিখন নিৰামিষ হোটেলত সোমাদো ক'তো বহিবলৈ ঠাই নাই। সকলোবিলাক মানুহেৰে ভৰ্ত্তি। কিছু মানুহ বাহিৰত ৰৈ আছে, জাগা খালি হলেই বহাৰ আশাত। আশা নেদেখি Sea shore হোটেললৈ আহিলো। সুন্দৰ সাগৰ পাৰত চাফ চিকুন হোটেলটোত দুখন চকী খালি পাই বহি পৰিলো। এজন এজনকৈ হাত-মুখ ধুই আহিলো। মানুহৰ ইমান ভিৰ যে এবাৰ চকী এৰি



উঠিলে ঘুৰি আহি পোৱাৰ আশা নাই। ভাত নাই শেষ হৈ গল। ৰুটি, মাখন, আমলেট, সাগৰৰ মাছ ভজা আৰু আলু ভজাৰ অৰ্ডাৰ দিলো। ভোক খুব লাগিছে। হোটেলৰ বয় কেইটাৰ গাত তত নাই। মানুহ ইমান বেচি যে কোনোবাই কিবা খুজিছে আনি দিছে কিবা। বহুত দেৰি ৰোৱাৰ পিচত এবিধ এবিধকৈ আধাঘণ্টা মানত কেউবিধ খোৱা পালো। প্ৰথমে ৰুটি, মাখন, আমলেট দিলে, ইমান ভোক লাগিছিল যে দিয়া মাত্ৰে খাবলৈ আৰম্ভ কৰি দিলো। তাৰ পিচত ৰৈ ৰৈ বাকী পদ নাহে হে নাহে, শেষত যেনিবা আহিল। ভোজন পৰ্ব শেষ কৰি ওলাই আহিলো।

মহাবালীপুৰম আগতে কাঞ্চীপুৰমৰ বন্দৰ নগৰ আছিল। তাত লাইট হাউস এটা আছে। মহাবালীপুৰমখন দেখিবলৈ বৰ সুন্দৰ। শিলাময় ভূমি। চোতাল সদৃশ শিল। নক্সা আকাৰৰ শিলেৰে ভৰা। প্ৰকৃতিয়ে যেন দৰ্শকৰ মনোৰঞ্জন কৰি সকলো বিলাক সজাই পৰাই থৈছে।

এইবাৰ আমি আহিছো পক্ষীমন্দিৰৰ অভিমুখে। তামিল ভাষাত এই মন্দিৰৰ নাম "টিৰুকালুকুন্ড্ৰম।" প্ৰকৃতিৰ পৃথক পৃথক নয়নানন্দ দৃশ্য ৰাজিৰ মাজেৰে, ইটো দৃশ্যৰ লগত সিটো দৃশ্যৰ সাদৃশ্য নাই। মন্দিৰৰ তলত বাচ ৰলহি। সকলো বাচৰ পৰা নামি দ'মকৈ খোৱা ডাব নাৰিকলৰ ওচৰ পালোহঁক। দুপৰৰ পিয়াহত ডাবৰ পানীয়ে সকলোকে পৰম তৃপ্তি দিলে। ফল-মূল, চাহ, কফি যেয়ে যি ইচ্ছা খাইছে। পৰ্যটকৰ ভিৰ। পোন্ধৰ-ষোলখনমান বাচৰ-যাত্ৰী গোট খাইছে। পক্ষীমন্দিৰ পাহাৰৰ ওপৰত। মন্দিৰলৈ চালেই ভাগৰ লগাই। পোনপটীয়াকৈ পাঁচশ খটখটী উঠিব লাগে। চিৰিৰ নামনিত অসমৰ্থ মানুহ কঢ়িয়াবৰ নিমিত্তে দুলি ৰৈ আছে। সকলোৰে লগত আমিও উঠিবলৈ আৰম্ভ কৰিলো। অলপ বেলি যোৱাৰ পিচত এখেতে মোক কলে, "তুমি জিৰাই জিৰাই আহা মই আগবাঢ়ো।" তেখেত খৰখেদাকৈ উঠি গল। মই প্ৰথমতে

কিছুদূৰ উৎসাহত উঠিলো, তাৰ পিচত ক্ৰমান্বয়ে গতি মন্থৰ হৈ আহিল। কিছু মানুহ ভাগৰি ঠায়ে ঠায়ে গছৰ শীতল ছাঁ পাই বহি পাৰিছে।ময়ো জিৰাই জিৰাইহে উঠিছো। মূৰৰ ওপৰত তপনৰ নিষ্ঠুৰ তাপ বিকিৰণ। মুকলি ঠাইত চিৰি ভৰি দিব নোৱাৰা তপতহৈ উঠিছে। মাজে মাজে বৃক্ষৰ সুশীতল ছায়া পালেই বহি ক্লান্তি নিবাৰণ কৰো। ঠায়ে ঠায়ে পোৱা যায় জখলা সদৃশ ঠিয় খটখটী, উশাহ ঘনহৈ আহে। ওপৰলৈ চাই দেখো যে এখেতে মন্দিৰৰ দুৱাৰ মুখত বহি আছেগৈ। মোৰ এতিয়াও আধা চিৰি বগোৱা হোৱা নাই। লাহে লাহে উঠি গৈ থাকো পাৰ নোপোৱালৈকে।

পাহাৰৰ ওপৰত গৈ দেখো গছ গছনী লতাগুল্মৰ সমাৰোহ আৰু সুশীতল স্নিগ্ধ সমীৰণে দেহ মনলৈ আনে পৰিপূৰ্ণ প্ৰশান্তি। বৃক্ষৰ ছাঁয়াত বহি পৰো। মানুহৰ চকু মন্দিৰৰ উত্তৰে পক্ষী অহাৰ ফালে। সকলোৱে বহি, ঠিয়হৈ চকু স্থিৰ কৰি পক্ষীলৈ চাই আছে। মন্দিৰত পূজা হৈ গল। পূজাৰীয়ে ভোগ নৈবেদ্য মন্দিৰৰ অলপ নামনিত এখন শিলৰ চোতালত থৈ পক্ষীলৈ বাট চাই আছে। ভোগ খোৱা পক্ষীৰ দৰ্শনৰ কাৰণে মানুহ আশা পালি বৈ আছে যেনেকৈ কোনো বিশিষ্ট সন্মানিত ব্যক্তি বিশেষৰ দৰ্শনৰ কাৰণে মানুহৰ হেপাহ। সেই মূহুৰ্তত সেই বিশেষ পক্ষী হৈ পৰিছে দুৰ্লভ।

পাহাৰৰ ওপৰৰ পৰা উপত্যকাৰ দৃশ্যাৱলী বৰ অপূৰ্ব লাগিছিল। পথাৰৰ মাজত অপেক্ষাকৃত সৰু পাহাৰ, জলাশয়, ধূসৰ ৰঙৰ হাবি বননি, ওপৰত স্বচ্ছ নীলা আকাশ, দিগন্ত ব্যাপি সীমাৰেখা। ক্লান্তিকৰ পাহাৰ বগোৱাৰ পিছত দেহ মনলৈ আনে স্নিগ্ধতা। পক্ষী অহাৰ সময় বাৰ বজাৰ পৰা দুই বজালৈ। ক'ববাৰ পৰা সেন জাতীয় চৰাই দুটা আহি ভোগ খায় যায়। আজি কালি পক্ষী সদাই নাহে বোলে, আকৌ কেতিয়াবা এটাহে আহে। ইপ্সিত ধন পোৱাৰ নিচিনা পক্ষীৰ ভোগ গ্ৰহণ দৃশ্যই মানুহৰ মন সন্তোষেৰে



ভৰাই তোলে। প্ৰথমে আকাশত বিন্দু এটাৰ সমান ক'লা বস্তু এটা আহি থকা দেখি, মানুহৰ মন উত্ৰাৱল হয়। যাৰ প্ৰথম দৰ্শন হয়, তেওঁ সহযাত্ৰীক আঙুলিৰে নিৰ্দ্দেশ দিয়ে। সকলোৱে আগ্ৰহেৰে চাই থাকে। সেই বিন্দু লাহে লাহে পক্ষীলৈ ৰূপান্তৰিত হৈ পূজৰীৰ ভোগ গ্ৰহণ কৰে।

আমাৰ তেজপুৰৰ ভৈৰব মন্দিৰটো যেতিয়া পূজাৰ ভোগ তলৰ নদীলৈ উৰ্দ্ধগা কৰিবলৈ লৈ যায়, দুটা সেন পক্ষী আহি ভোগ চোঁ মাৰি লৈ যায়। আমি সৰুতে নিজেই দেখিছো, এতিয়া অৱশ্যে ক'ব নোৱাৰো। ঠিক ভোগ দিয়াৰ আগ মুহূৰ্তত পক্ষী দুটা নদীৰ ওপৰত উৰি ফুৰে। যেই মাত্ৰ ভোগ নদীত পেলায় সেই তেতিয়াই ভোগ লৈ উৰি যায়।

পাহাৰৰ পৰা তললৈ নামি আহোতে ভাগৰ নেলাগে কিন্তু। মাজে মাজে ইমান ঠিয় খট্‌খটী যে হামখুৰী খাই পৰো যেন লাগে।

আমাৰ ভ্ৰমণকাৰীপূৰ্ণ বাচ এইবাৰ বাৰ্ড চাঙ্কচুয়াৰী (চৰাইৰ অভয়াৰণ্য) অভিমুখে। বাচ সেইখিনি পাওঁতে প্ৰায় চাৰে পাঁচ মান বাজিছিল। অলপ অলপ বাৰিপাত হৈছে। প্ৰকাণ্ড জলাশয় এটাত বহু সৰু সৰু দ্বীপত গছৰ জোপোহাত অসংখ্য চৰাই সন্ধিয়া জিৰণি লয়হি, সিহঁতৰ বাসস্থানত। বেচিভাগ চৰাইৰ নাম নেজানো। বগলী, কণামুচৰী, পানী কাউৰী এই বিধহে চিনি পাইছো। এন্ধাৰো হৈ পৰিছে। জোপোহা বিলাক অসংখ্য চাৰাইৰে ঢাক খাই থকা দৃশ্যটো চাবলৈ বৰ ভাল লাগে। পানীৰ মাজৰ গছৰ জোপোহা বিলাক চৰাই বিলাকৰ ৰঙেৰে ৰঙীণ হৈ পৰে। যেন ক'লা বগা ৰঙৰ জোপোহাহে। দৰ্শকে চাবৰ কাৰণে দুৰৰ কিছু অংশ বন্ধাই দিছে। পাৰত দুই তিনিখন মান বেঞ্চ আছে। ওপৰৰ পৰা চাবৰ নিমিত্তে ওখ কৰি এটা টাঙি ঘৰ সাজি দিছে।

মাদ্ৰাজ চিটি পাওঁতে গধূলা প্ৰায় 'ন' মান বাজিল, কাৰণ বাটত আমাৰ ভ্ৰমণ যান খন বেয়া হৈছিল। য'ত বেয়া হৈছিল সেইখন

চহৰ আছিল। কাৰখানাত ভাল কৰোতে প্ৰায় এঘণ্টামান লাগিছিল। যদিহে চহৰৰ বাহিৰত বেয়া হলহেতেন তেনেহলে আৰু যে কিমান পলম হলহেতেন কব নোৱাৰি। নিজৰ নিজৰ নিৰ্দ্দিষ্ট ঠাইত সহযাত্ৰী সকল বিদায় লৈ নামি গৈছে। আগতে কোনেও কাকো চিনি নেপাওঁ। দিনটোৰ কাৰণে হৈ পৰিছিল একে সুখ দুখৰ সমভাগী।

পিচদিনা গোটেই দিনটো ফুৰাৰ পৰা বিৰত থাকিলো। আগদিনাৰ ভ্ৰমণে বৰ ভাগৰ লগাইছিল। সন্ধ্যা কৃষ্ণমূৰ্তি আহি আমাক হোটেলত লগ দিলেহি। তেওঁক লগতলৈ ফুৰিবলৈ ওলাই গলো আৰু ঘৰলৈ অনিবৰ নিমিত্তে দুই এপদ সৰু সুৰা বস্তু কিনিলো। মাদ্ৰাজত বস্তুৰ বেচ দাম।

আমাৰ দক্ষিণ ভ্ৰমণ শেষ হৈ আহিছে কালিলৈ ৰাতিপুৱা ৰেলত উঠি ঘৰমূৱা হম। মনটো ভাল লাগিছে, গাটোও পাতল লাগিছে যদিওবা বাটত আৰু দুঠাইত সোমাই যোৱাৰ ইচ্ছা। তথাপিও ঘৰমূৱা।

মাদ্ৰাজ সেণ্ট্ৰেল ৰেল ষ্টেচনত মাদ্ৰাজ মেইল ট্ৰেইনত উঠিলোহি। গৃহাভিমুখী মন প্ৰশান্তিত ভৰি উঠিছে। হিন্দু স্থাপত্যৰ শিল্পকলাৰ নিদৰ্শন থকা মঠ মন্দিৰ বিলাক দৰ্শন কৰি মন কম বেচি পৰিমাণে ঐতিহাসিক যুগলৈ উৰি যায়। ইতিহাসৰ উল্লিখিত নৃপতি সকলৰ উচ্ছ খাপৰ শিল্প প্ৰতিষ্ঠাৰ প্ৰতি অনুৰাগে মন বিস্মিত কৰে। ভগবানৰ প্ৰতি ভক্তবৃন্দৰ প্ৰেমভক্তি অস্তিত্বৰ স্বৰূপ প্ৰকাশ পাইছে মঠ মন্দিৰত আৰু ভগৱৎ চৰ্চ্চাৰ যোগেদি। তাৰ ফলত জন সাধাৰণে পাইছে জ্ঞান ও ভক্তিৰ পৱিত্ৰ ধাৰা। সেই ধাৰা প্ৰকাশিত হৈছিল মুখ পৰমপৰাই, আহি পিচত লিপিবদ্ধ হল। ধন্য ভাৰতৰ ভক্তবৃন্দ, ধন্য সৃজনী প্ৰতিভাশালী শিল্পী বৃন্দ। ধন্য প্ৰতিভা, জ্ঞান, বিজ্ঞান, বীৰত্ব, ভক্ত প্ৰসবিণী ভাৰতবৰ্ষ।

ট্ৰেইন পিচদিনা উৰিষ্যাৰ গঞ্জাম জিলাৰ বহৰমপুৰ পাওঁতে দিনৰ



এঘাৰ মান হব। আমি তাতে নামি পৰিলো, 'গোপালপুৰ-অন-সি' চৌৰাৰ উদ্দেশ্যেৰে। বহৰমপুৰৰ পৰা গোপালপুৰ বাৰ মাইল। বাচ ও টেক্সী পোৱা যায়। ৰেল ষ্টেচনৰ পৰা বাচ ষ্টেচনলৈ এমাইল মান হব। বহৰমপুৰ হোটেল এখনতে দুপৰীয়াৰ আহাৰ কৰি বাচত গোপালপুৰলৈ আহিলো। দিনৰ ভিতৰতে গোপালপুৰ পালোহি ও সাগৰৰ পাৰৰ ৰেভিনিউ-গেষ্ট-হাউস-টোৱেই ভাল বুলি কোঠাত তাতেই উঠিলোহি।

গোপালপুৰ-অন-সি, সমূদ্ৰ সৈকত। নিৰ্জ্জনতাপূৰ্ণ শান্ত মধুৰ পৰিবেশ। লোকালয়ৰ পৰা আতৰি অহা ধ্যানমগ্ন ঋষিৰ গুৰু গম্ভীৰ ধ্বনিৰে উচ্ছাৰিত হৈছে প্ৰণৱ মন্ত্ৰহে যেন। সাগৰৰ ঢৌৱে তাকেই যেন এই নিৰ্জ্জন ভূমিত সোৱঁৰাই আছে। এই অপূৰ্ব অনিৰ্বচনীয় পৰিবেশে যি কোনো পৰ্য্যটকৰ মনত গভীৰ ৰেখাপাত নকৰাকৈ নেথাকে।

ৰেভিনিউ বঙলাৰ বাৰাণ্ডাৰ পৰা দেখা প্ৰখৰ সূৰ্য্যালোক, নীলোজ্জ্বল আকাশ, মধ্যাহ্নৰ তপন ৰশ্মিৰে সমুজ্জল সীমাহীন দিগন্ত ব্যাপি শুভ্ৰ উৰ্ম্মিৰে সৈতে নীলা পানী খিনিৰ এক উদাৰ গাম্ভীৰ্য্যতাপূৰ্ণ নিসৰ্গ শোভাই মন বাহ্যিক পৃথিৱীৰ পৰা ক'ৰবাৰ মানস লোকলৈ উৰুৱাই লৈ যায়। অপূৰ্ব ভগবানৰ সৃষ্টি। এই আধুনিক ৰেভিনিউ বঙলাটোৰ পৰিবেশটো বৰ ৰমনীয়।

সমুদ্ৰত খুব প্ৰত্যুষতে মাছ মৰীয়াই নাও মেলি দিয়ে, পশ্চিম দিগন্তত ৰক্ত আভাৰে আকাশ প্লাবিত নৌহওঁতেই। পুৱা মাছ লৈ উভতি অহা নাওবোৰ তটভুমিত লগাবলৈ নাৱৰীয়াই ঢৌৰ লগত বেচ কৌশল অৱলম্বন কৰিব লাগে। ঢৌৱে বিপৰ্য্যস্ত কৰি দিয়ে। অগনন ৰজত সদৃশ মীনকুল পাৰত দ'ম বান্ধে। জালৰ পৰা মাছ এৰুৱাবলৈ পৰিয়ালৰ সকলো মানুহ গোট খাইছে। মাছ তাৰ পৰা অন্য ঠাইলৈ চালান হয়। মই জালৰ পৰা বাঁচি বাঁচি সুন্দৰ সুন্দৰ মাছ আঠ অনাৰ আধা কিলোমান আনিলো। চকিদাৰৰ

হতুৱাই মাছখিনি বচাই স্তোভতে আলু. পিয়াজ, ফুলকবি, বিলাহী দি এখন মাছৰ ঝোল কৰিলো। হালধি আৰু মছলাগুৱি লগত লৈ ফুৰাওঁ। সেইদিনা সাগৰৰ প্ৰচুৰ জীয়া মাছেৰে সৈতে খোৱা দুপৰীয়াৰ সাজ ভাতৰ জুতিটো এতিয়াও মনত পৰে।

গোপালপুৰ এখন সৰু ঠাই। ইয়াৰ বিশেষত্ব সমুদ্ৰৰ শান্ত মধুৰ নিৰ্জন পৰিবেশ। এতিয়াও তাত আধুনিক যুগৰ যন্ত্ৰপাতিৰ কোলাহলে স্পৰ্শ কৰা নাই। আগতে তাত বন্দৰ আৰু মাছ চালানৰ কেন্দ্ৰস্থল আছিল। এতিয়াও তাৰ ভগ্নাৱশেষ বিদ্যমান। গোপালপুৰত থাকিবৰ নিমিত্তে ভাল হোটেল, পি-ডবলিউ-ডিৰ বঙলা আৰু ৰেভিনিউ গেষ্ট হাউচ এটা আছে। খৃষ্টান সকলৰ তাত এটা ধৰ্ম্মশিক্ষাৰ কেন্দ্ৰ আছে।

আমি গোপালপুৰত দুদিন থাকি সন্ধ্যা গোপালপুৰ এৰি বহৰমপুৰত ৰাতি দুইমান বজাত 'হায়দৰাবাদ পুৰী' এক্সপ্ৰেস ট্ৰেইনখন ধৰি পিচদিনা দোকমোকালিতে পুৰী পালোহি।

পুৰীত থকা দিনকেইটাইত জগন্নাথ মন্দিৰ দৰ্শন, পুৰীত থকা অন্যান্য মঠ মন্দিৰ দৰ্শন আৰু অৱসৰ সময়ত সমুদ্ৰ সৈকতত ভ্ৰমণ আৰু বহি দুগ্ধ ফেনানিভ গৰ্জ্জণৰত উৰ্ম্মিমালালৈ চাই থাকো মৌন হৈ। সাগৰৰ যুগযুগান্তৰ ধৰি চলি অহা গুৰু গম্ভীৰ ধ্বনিয়ে মোক আকৰ্ষণ কৰে।

সাগৰৰ পাৰত পুৱা গধূলি ফুৰোতে কত ঠাইৰ মানুহৰ লগত বন্ধুত্ব স্থাপন কৰিছিলো, চিনা পৰিচয় হৈছো। স্মৃতি মাত্ৰ মনত থাকে। সাগৰৰ পাৰৰ শামুক বোতলাৰ নিছাটোৱে মোকো ভালকৈয়ে পাইছিল।

সাগৰৰ পাৰত ধুনীয়া ধুনীয়া নতুন নতুন বহু মঠ মন্দিৰ তৈয়াৰ হৈছে। ভগবানৰ সাধন ভজনৰ উপযুক্ত ঠাইয়েই। সম্মুখত উদাৰ নীলা জলধিৰাজি, সমুদ্ৰৰ স্নিগ্ধ বায়ুৱে স্নিগ্ধতা আনি দিয়ে শৰীৰ মনলৈ। মনোৰম পৰিবেশ।



দুবছৰ মানৰ আগতে শুনিছিলো আসাম চৰকাৰে পুৰীত 'শঙ্কৰ মঠ' তৈয়াৰ কৰিছে। খুব ভাল লাগিছিল, হওক তেওঁ, আমাৰ আসামৰো এটা মঠ পুৰীত হবলৈ যো যা কৰিছে, কিন্তু কোনফালে সাজিছে নেজানো। এই কেইদিন ফুৰোতে ক'তো চকুত নপৰিল। আসাম পাণ্ডাক সুধিলো তেখেতে ক'লে, "অ সাজিছে, লোকনাথলৈ (শিৱমন্দিৰ) যোৱাৰ বাটত পাব।" ৰিক্সা এখন লৈ আমি দুয়ো গলো বাটৰ কাষৰ সাইন বৰ্ড চায় চায়। মাজে মাজে মানুহকো সোধো কিন্তু কোনেও ক'ব নোৱাৰে আৰু আমিও উলিয়াব নোৱাৰিলো লোকনাথৰ বাটত। প্ৰায় লোকনাথৰ মন্দিৰৰ ওচৰ পালোগৈ। সেইখিনিতে অৱশ্যে দুই এখন আশ্ৰম নতুনকৈ তৈয়াৰ হৈছে। আমি নতুন মঠ মন্দিৰ সজা দেখিলেই ৰিক্সা ৰখাই নামি যাওঁ, কিজানি এইটোৱেই বা। তেওঁলোকক সোধাত কোনেও কব নোৱাৰে আসামৰ শঙ্কৰ মঠ ক'ত হৈছে। আমাৰ মনত বৰ বেয়া লাগিল উলিয়াব নোৱাৰি। ইফালে ৰিক্সা চালকৰো আমাৰ ওপৰত খং উঠিছে ঘূৰাই লৈ ফুৰাত। আমাৰো শঙ্কৰ মঠ নোচোৱাকৈ ফিৰিবলৈ মন যোৱা নাই, এনেতে দেখিলো, আসাম পাণ্ডাৰ ল'ৰা এজন আমাৰ ফাললৈকে আহি আছে লোকনাথলৈ যাবলৈ বুলি। ল'ৰাজনক দেখি মনটো বৰ ভাল লাগিল। তেওঁৰ পৰাই শঙ্কৰ মঠ ক'ত আছে জানিব পাৰিম এই আশাত। এখেতে সুধিলে,—"শঙ্কৰ মঠ ক'ত সাজিছে দেখুৱাই দিয়কছোন।" তেওঁ কলে, "অ ব'লক লৈ যাও, আপোনালোক বহুদূৰ আগুৱাই আহিলে।" তেওঁ আমাক যিটো ঘৰলৈ লৈ গল, তাৰ আগেদিয়েই আমি দুই তিনিবাৰ অহা যোৱা কৰিছো কিন্তু ভাবিবই পৰা নাই এনে ঘৰেই মঠৰ নিমিত্তে সাজিছে বুলি। বাটৰ কাষতে ঘৰটো দেখি আচৰিত হলো। আমাৰ কল্পনাৰ লগত অকনো সাদৃশ্য নথকা নিঃকিন ঘৰটো। নিচেই কম পৰিশৰৰ এডোখৰ মাটি, তাতে এটা দুচলীয়া দুটা কোঠাৰ টিনৰ ঘৰ। ঘৰটোৰ নিচেই ওচৰতে এটা সৰু পানী নোহোৱা পুখুৰী। এখেতে

সুধিলে, "মন্দিৰ ক'ত হব।" পাণ্ডাৰ ল'ৰাই মাত লগালে, "এই পুখুৰীটো পুতি। আমাৰ দেউতাই এই ডখৰ মাটি দান কৰিলে মঠৰ কাৰণে", তেওঁ আৰু ক'লে যে উৰিষ্যাৰ চৰকাৰে আসাম চৰকাৰক মঠ কৰিবৰ নিমিত্তে সমুদ্ৰৰ পাৰত মাটি দিছিল পিচে, আমাৰ দেউতায়ে মন্ত্ৰী ডাঙৰীয়াক সেই মাটি লবলৈ মানা কৰিলে কাৰণ সমুদ্ৰৰ পাৰত কোনো অসমীয়া মানুহ নেযায়। তাত ডকাইতি হয়। আমাৰ এই মাটি ডখৰ এনেয়ে পৰি আছে, ইয়াতেই ভাল হব। এতিয়া কিন্তু অসম চৰকাৰে একো খবৰ কৰা নাই। চকিদাৰ এটাও ৰখাইছে তাৰো '' [illegible]জি কেইমাহমান দৰমহা নাই। বিজুলী চাকি, পানী একোৰেই বন্দবস্ত কৰা নাই। ইত্যাদি বহুত কথাই ক'[illegible]। আমি শঙ্কৰ মঠৰ অভিজ্ঞতা লৈ ওলাই আহিলো মূৰ দোৱাই মহাপ্ৰভূক অন্তৰৰ ভক্তি নিবেদন কৰি। মনে মনে ভাবিলো যেন অসম চৰকাৰে আৰু ইয়াত ধন ভঙাৰ পৰা বিৰত থাকে। ঠাইখন মঠ মন্দিৰৰ অকনো উপযুক্ত নহয় যেন লাগিল। সাগৰৰ পাৰত কেলেই আমাৰ অসম সৰকাৰে মঠ নেপাতিলে বুজি নেপালো। নতুন নতুন মঠ মন্দিৰ সাগৰৰ পাৰত দেখোন হবই লাগিছে। আমি পুৰীত এসপ্তাহ থাকি কলিকতা পালোহি।

পুৱা সাত বজাত গৰিয়াহাটৰ দাবুহতঁৰ ঘৰৰ আগত আমাৰ টেক্সি ৰ'লহি। কলিং বেলটো টিপি দিলো। দুৱাৰ খুলি বীণা ওলাই আহিল। আমাক দেখি "আহিলা" বুলি আনন্দত উদ্ভাষিত হৈ পৰিল। ল'ৰা ছোৱালী কেইটাও ওলাই আহিল। কেইদিনমান সিহঁতৰ লগত থাকি ডিচেম্বৰৰ সোতৰ তাৰিখে গুৱাহাটীলৈ বুলি প্লেনত উঠিলো। চিটি অফিচত থবলৈ বীণা, দাবু আৰু ইভা আহিছিল। আমাৰ এই পৰ্য্যটনত তেওঁলোকক সঘনে লগ পাই, এৰি আহিবৰ দিনা মনটো বেয়া লাগিছিল।